বা 'মালসি'ৰ অপভ্ৰংশ। পিছৰ যুগৰ ৰামানন্দ দ্বিজ আৰু ৰামগোপালৰ গীতৰ 'চালেঙ্গি'ৰ ( সাৰঙ্গ, সাৰঙ্গি ) লগত 'চালনি'ৰ সম্পৰ্ক থাকিব পাৰে। 'দেৱজিনি', 'দেৱমোহন' আৰু 'শ্ৰীগন্ধকালী' আচহুৱা নাম। 'দেৱৰঞ্জনী, মেঘৰঞ্জনী'—এনে নাম পুৰণি সঙ্গীত-শাস্ত্ৰত পোৱা যায়। এই বৈষ্ণৱ-সমাজত অপ্ৰচলিত ৰাগৰ নামবোৰেও দুৰ্গাবৰী গীতৰ ধাৰাৰ বিভিন্নতাৰ ইঙ্গিত দিয়েনেকি, খাতাং কোৱা টান। দুৰ্গাবৰী ৰামায়ণত করুণ অহিৰ ৰাগৰ প্ৰাধান্য মন কৰিব লগীয়া। শঙ্কৰদেৱে গোপীৰ বিৰহৰ 'গোৱিন্দ গুণ মন লাগি' গীতটিত এইঁ ৰাগ ধৰি দিছে; কিন্তু তেওঁৰ প্ৰিয় ৰাগ যেন ধনশ্ৰীহে।

"কথা-গুৰু-চৰিত"ত আছে[৪৬] মাধৱদেৱৰ ওচৰত ভকত হোৱাৰ আগতে মথুৰাদাস বুঢা-গোপাল আতাই 'বঙ্গদেশী চৈত-নীয়ামতে নাম-মন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰে জনে সৈতে ৰামাযণ গাই ফুৰে; আতা ওজা। ফুৰাত ক'তবা ন-সিদ্ধ পুথি এখনি পাই আওৰাই গাইছে এহেঁলৈ।' এই চৰিতৰ ২৬৮ পিঠিত 'গীত ধৈলে বঙ্গদেশীমতে পূৰ্ব্বৰ মতে' কথাষাৰত গীতৰ বিষয়-বস্তুক বঙলুৱা বোলা হৈছে নে গীত গোৱাৰ ধৰণকহে তেনে আখ্যা দিয়া হৈছে, বুজা টান। কিন্তু বৰ্ত্তমান অসমৰ পচ্চিম অঞ্চলত অন্ততঃ শঙ্কৰদেৱৰ সময়ত যেনেবিধ পাঁচালীৰ গীতৰ বিশেষ আদৰ আছিল, তাক শঙ্কৰদেৱে নিন্দা কৰি বৈষ্ণব-সমাজৰ প্ৰচলন হ'বলৈ নিদিছিল।[৪৭]

---

৪৬) লেখক-সম্পাদিত, ক° গু° চ°, পৃ° ২৬৫।

৪৭) নেওগ-সম্পাদিত, উষা-পৰিণয়, ভূমিকা, পৃ° ১/০-১৶০।

পছিম অসমৰ অ-সত্ৰীয়া ওজা-পালি অনুষ্ঠানক দুভাগে ভগাব পাৰি—বাৰিষা মনসা পূজাৰ সময়ত 'মাৰৈ গোৱা ওজা-পালি' আৰু সাধাৰণ সবাহ ( সভা ) আদিত ভাৰত-পুৰাণ-ৰামায়ণৰ বস্তুৰে 'ব্যাহ গোৱা ওজা পালি'। গীত-বাদ্য-নৃত্যত পটু ওজাক গুণিন্ বোলা হয়।[৪৮] এনে গুণিনসকলে মাঘমহীয়া গাঁৱে গাঁৱে ব্যাহ গাই ফুৰে। ৰাতি হ'লে নানা ৰং-ধেমালি, ওজা-উঠা আদিৰে 'গোন্ধ্' হয় আৰু পিছদিনা 'সভা গোৱা' হয়। এনে সভাত দুৰ্গাবৰী ৰামায়ণী গীতৰ প্ৰচলন হাজো আদি অঞ্চলত এতিয়াও আছে। ওজা-পালিক আদিম ৰূপৰ নাট-অভিনয় বুলিব পাৰি। "গীতি-ৰামায়ণ"ৰ গীতবোৰে একোটা নাটকীয় মুহূৰ্ত্তক সাৰ্থকতৰ কৰি তুলিছে বা কোনো বিশেষ চৰিত্ৰৰ বচন-ৰূপে ঠিয় দিছে।

দুৰ্গাবৰী গীতৰ ধুৰা-অংশতে ৰাগটোইঁতৰ প্ৰকৃত ৰূপ ফুটি উঠে ; তাকে 'ঢেক' বোলা হয়। পদ অংশক 'পদ' নুবুলি 'দিহা' বোলে। প্ৰাক্‌শঙ্কৰী পদ-পুথিসমূহৰ দৰে পয়াৰ ( লঘু আৰু ভগ্ন ৰূপতো ) দুলড়ি আৰু ছবি ছন্দতেই দুৰ্গাবৰৰ কবিতা আবদ্ধ, কিন্তু সেই আবদ্ধতাই কোনোপ্ৰকাৰ বন্ধনৰ সৃষ্টি কৰা নাই। ছবি ছন্দৰ উল্লেখ গীতৰ ভিতৰতে দুবাৰ কৰা হৈছে। 'লেছাৰি' শব্দটো ব্যৱহৃত হ'লেও শঙ্কৰ, মাধৱ আদিৰ দীৰ্ঘ ত্ৰিপদীৰ অৰ্থত নহয়। এই প্ৰসঙ্গত পীতাম্বৰ কবিৰ লাছাড়ি পদ ছন্দ, লাছাড়ি মধ্য ছন্দ, লাছাড়ি নাট ছন্দ আদি আখ্যাবোৰৰ কথাও মনত পৰিব লগীয়া। সুকবি নাৰায়ণদেৱে সাধাৰণ পয়াৰকো লেছাৰি বা

৪৮) ত্ৰিপুৰা-বুৰঞ্জী, পৃ° ১৯-৬০ চাওক।

লাছাড়ি বুলিছে। দুৰ্গাবৰ একাধাৰে কবি, সঙ্গীতজ্ঞ আৰু ওজা গায়ক ; তেওঁ ৰামায়ণৰ 'পদচয় ৰচি, কৰি সুৰ-লয়' ৰসিক সমাজৰ মাজলৈ আগ বঢ়াইছিল আৰু আজিও তেওঁৰ কবিতাই জনপ্ৰিয়তা আৰু বিদ্বানৰ সমাদৰ লাভ কৰি আছে।

শান্তিনিকেতন
৭ জুলাই, ১৯৫৪

শ্ৰীমহেশ্বৰ নেওগ

দুৰ্গাবৰী

# গীতি-ৰামায়ণ

## অৰণ্যকাণ্ড

শ্ৰীশ্ৰীগণেশায় নমঃ ॥ শ্ৰীশ্ৰীৰামচন্দ্ৰায় নমঃ ॥

পদ ॥

অৰণ্যকাণ্ড আৰম্ভ, সীতাই দশৰথক বালি-পিণ্ড দিযে

জয় জয় ৰামচন্দ্ৰ জগতৰ পতি ।
নমোহো লক্ষ্মণ তান অনুজ সম্প্ৰতি ॥
সমস্তে জগত-গুৰু পতিত-পাৱন ।
যাৰ ক্ৰোধে সবংশতে মৰিলা ৰাৱণ ॥১॥
অযোধ্যাকাণ্ডৰ কথা ভৈলা সমাপতি ।
অৰণ্যকাণ্ডৰ কথা শুনিয়ো সম্প্ৰতি ॥
পিতৃ-সত্য পালি প্ৰভু গৈলা অৰণ্যত ।
ফিৰাই আনিব তাঙ্ক চলিলা ভৰত ॥২॥
আলিঙ্গন দান কৰি স্বয়ং হৃষীকেশ ।
ভৰতক আশ্বাসিয়া পঠাইলেক দেশ ॥
কতো ক্ষণে গুণি-গাঠি পাছে নাৰায়ণ ।
পিতৃৰ শুদ্ধিৰ কৰ্ম্ম কৰিবাক মন ॥৩॥

আলচ কৰিয়া কাৰ্য্য লক্ষ্মণ সহিত ।
আসা আমি কৰোঁ গৈয়া যত গয়া-কৃত ॥
গয়া-পিণ্ড দেওঁ পিতৃ স্বৰ্গলোক পাওক ।
পুনৰুপি আহোঁ আমি এহিসে থানক ॥৪॥
এহি আলচিয়া পাছে ৰাঘৱ মুৰাৰি ।
তেখণে চলিলা চিত্ৰকূট গিৰি এৰি ॥
আগত জনক ঝীউ পাছত লক্ষ্মণ ।
মধ্যে চতুৰ্ভুজ ৰূপে কৌশল্যা-নন্দন ॥৫॥
হাতত সাৰঙ্গ ধনু পিঠিত দুই তোণ ।
তিনিৰো শৰীৰে বৃক্ষ-চৰ্ম্ম পৰিধান ॥
মহাদুখে ভোখে শোকে ৰোষে চলি গৈলা ।
গয়া পুণ্য স্থানে পাছে উপস্থিত ভৈলা ॥৬॥
তীৰ্থৰ তীৰত নিয়া থৈলন্ত সীতাক ।
ৰামচন্দ্ৰ গৈলা শ্ৰাদ্ধ-দ্ৰব্য আনিবাক ॥
ধনু-শৰ ধৰিয়া চলিলা দুই ভাই ।
শিশু-ৰূপে খেলে খেৰি জগতৰ আই ॥৭॥
তীৰ্থৰ তীৰত তুলি বালি মহাশান্তি ।
পিণ্ডৰ আকৃতি কৰি খেৰি খেলাৱন্তি ॥
কায়-ক্লেশ কৰি আছে কষ্ট-ব্ৰত ধৰি ।
দেখি দশৰথ আইলা মহাৰঙ্গ কৰি ॥৮॥
আগত আসিয়া ৰাজা দিলা সমিধান ।
সত্বৰ কৰিয়া বধূ কৰা পিণ্ড-দান ॥

এহি বল্লুকাৰ পিণ্ড আমি যদি পাওঁ।
স্বৰ্গ-মণ্ডলক লাগি তুষ্ট হুয়া যাওঁ ॥৯॥
সতীৰ হাতত পিণ্ড পৰম সুন্দৰ।
এহি পিণ্ড দিয়া যাওঁ স্বৰ্গৰ দুৱাৰ ॥
হেন শুনি সীতাদেৱী দিলন্ত উত্তৰ।
শুনি কোপ কৰিবন্ত ৰাম গদাধৰ ॥১০॥
বল্লুকাৰ পিণ্ড সৰ্ব্বজনে গৰিহয়।
ইটো পিণ্ড-দানে ৰামে গৰ্হিব নিশ্চয় ॥
সীতাৰ বচন শুনি বোলে মহাৰাজ।
বিলম্ব কৰিতে আই কিছো নোহে কাজ ॥১১॥
যেন ৰাম তেন তুমি নাহি ভিন্ন ভাৱ।
পিণ্ড-দান দিয়া মোক স্বৰ্গে চলি যাওঁ ॥
এহি পিণ্ড পঞ্চামৃত দিয়োক গঙ্গাত।
স্বৰ্গত ভুঞ্জিবো গৈয়া ভোগ অসংখ্যাত ॥১২॥
ৰাজাৰ আখুটি সীতা সহিতে নাপাৰি।
চন্দ্ৰ সূৰ্য্য চাই সাক্ষী কৰিলা সুন্দৰী ॥
ব্ৰাহ্মণগণক সাক্ষী কৰিলা অগ্নিক।
আৰৱ কৰিলা সাক্ষী দেৱী পৃথিৱীক ॥১৩॥
সাক্ষী হুইবা তোমৰা দেৱতা ছয়জন।
প্ৰভুৰে পুছিলে যেন কৰোঁহো ৰক্ষণ ॥
এহি বুলি ৰাজাৰ হাতত পিণ্ড দিলা।
পিণ্ড পায়া দশৰথ স্বৰ্গে চলি গৈলা ॥১৪॥

সীতা পিণ্ড দিলা স্বৰ্গে গৈলা দশৰথ।
ৰামচন্দ্ৰ আসি পাইলা হেন সময়ত ॥
স্নান কৰি ৰামচন্দ্ৰে কৰে পিণ্ড-দান।
হেন দেখি সীতা সতী দিলা সমিধান ॥১৫॥
ভণে কবি দুৰ্গাবৰ এৰ়া আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১৬॥

ৰাগ।

সীতাৰ কথাত ৰামৰ ক্ৰোধ

শুনা প্ৰভু ৰামচন্দ্ৰ হে প্ৰভু মোৰ নিবেদন।
পিণ্ড লৈয়া পিতৃ স্বৰ্গে কৰিলা গমন ॥১৭॥

দিহা ॥

স্বামীৰ ভয়ত সীতা বোলে ধীৰে ধীৰে।
একেশ্বৰে আছো মঞি ফাল্গু-নদী-তীৰে ॥১৮॥
খেৰি খেলাৱন্তে পিণ্ড ধৰিয়া হাতত।
দেখি তযু পিতা আসি মিলিলা তথাত ॥১৯॥
আখুটি কৰিয়া ৰাজা সেহি পিণ্ড লৈলা।
পুষ্পক ৰথত চড়ি স্বৰ্গে চলি গৈলা ॥২০॥
স্বৰ্গে গৈলা আমাৰ লভিয়া পিণ্ড-জল।
আৰ শ্ৰাদ্ধ কৰিবে তোমাৰ কিবা ফল ॥২১॥
সুখে ৰহিলন্ত ৰাজা লভি স্বৰ্গ-লোক।
পুনৰ্ব্বাৰ নমাইলে মনত হৈব শোক ॥২২॥

আৰোবাৰ ৰাজাক আনিতে নুযুৱাই ।
কহিলো সকলো কথা মঞ্চি তযু ঠাই ॥২৩॥
হেন শুনি ৰঘুনাথ ক্ৰোধে জৰ্জ্জৰিত ।
কেনে হেন কথা কহিলাহা বিচৰিত ॥২৪॥
বালি-পিণ্ড ভুঞ্জিতে আসিলা পিতৃ মোৰ ।
হেনয় বচন সীতা মুখে আসে তোৰ ॥২৫॥
বালি-পিণ্ড খায়া পিতৃ স্বৰ্গ-লোক পাৱে ।
হেন অদভুত কথা কোনে পতিয়াৱে ॥২৬॥
বিপৰীত কোপ কৰি ৰাঘৱ মুৰাৰি ।
সংসাৰত নাহি তুমি হেন মন্দ নাৰী ॥২৭॥
ৰামৰ বচনে সীতা ভৈলা মহাত্ৰাস ।
ৰাঘৱক নমি কহে দুৰ্গাবৰ দাস ॥২৮॥

পদ ॥

চন্দ্ৰ, সূৰ্য্য, বায়ু, বসুমতী, ফল্গু নদী, আৰু ব্ৰাহ্মণৰ মিছা সাক্ষ্য

সীতা বোলে সাক্ষী আছে ফাল্গু বসুমতী ।
বায়ু বিপ্ৰ চন্দ্ৰ সূৰ্য্য আছয় সংহতি ॥
আপুনি পুছিয়ো প্ৰভু ইঠাইতে সৱাকে ।
যদি মিছা মাতে তুমি দণ্ডিবা আমাকে ॥২৯॥
সীতাৰ উত্তৰ শুনি ৰাম গদাধৰ ।
পৃথিৱী ফাল্গুত কথা সোধে ৰঘুবৰ ॥
পৰলোক-তাৰণ তুমিসি পুণ্য নদী ।
কহিয়োক কথা মোৰ সংশয়ক ছেদি ॥৩০॥

মোৰ পিতৃ আসিল ছাৰিয়া স্বৰ্গ-লোক।
এহি কথা সত্বৰে স্বৰূপ কহিয়োক ॥
বালি-পিণ্ড দিলা পিতৃ লৈলা হাতে হাতে।
হয় কি নহয় কথা কহিয়ো আমাতে ॥৩১॥
পুছে কোপে কথা দশৰথৰ কুমাৰ।
মিছা সাক্ষী দিলা ফাল্গু জানিয়া সীতাৰ ॥
নেদেখো নুশুনো নাজানোহো একো কাজ।
স্বৰূপ বচন শুনা ৰাম দেৱৰাজ ॥৩২॥

পিণ্ড গ্ৰহণ কৰা বুলি দশৰথৰ স্বীকাৰোক্তি

জানি শুনি ফাল্গুৱে দিলেক মিছা সাক্ষী।
স্বৰ্গত আছন্ত ৰাজা দশৰথে দেখি ॥
পুণ্য তীৰ্থ হুয়া বোলে মিছা নদীবৰ।
ছয়োজনে মিছা সাক্ষী দিলা অনন্তৰ ॥৩৩॥
জানি-শুনি মিছা সাক্ষী দিলা সৰ্ব্বজন।
সীতা-ৰক্ষা হেতু ৰাজা কৰিলা গমন ॥
আমি নগৈলত সীতাৰ নহৈব ৰক্ষণ।
এহি ভাবি দশৰথ কৰিলা গমন ॥৩৪॥
পিতৃক দেখিয়া নমিলন্ত ৰঘুবৰ।
ৰাজায়ে বোলন্ত শোক কৰা পৰিহাৰ ॥
সীতাদেৱী দিলা পিণ্ড মোহোৰ হাতত।
মিছা সাক্ষী দিলা নদী তোমাৰ আগত ॥৩৫॥
পিণ্ড লভি মঞি সপ্তস্বৰ্গে চলি গৈলো।
দেৱো মিছা মাতে দেখি পুনৰপি আইলো ॥

নাহিকে সীতাত দোষ জানিবা আপুনি।
ক্ষমা কৰা দোষ পুত্ৰ মোৰ বাক্য শুনি ॥৩৬॥
পিতৃৰ বচন শুনি ৰাম চক্ৰপাণি।
আথে-বেথে ভক্তিভাৱে পিণ্ড দিলা আনি ॥
উত্তম তণ্ডুল তাতে পঞ্চামৃতগণ।
হাতে হাতে দিলা পিণ্ড হৰষিত মন ॥৩৭॥
গয়া-পিণ্ড দিলা পাছে ৰাম গদাধৰ।
পৰম তৃপিতি লভিলন্ত নৰবৰ ॥

সীতাদেৱীৰ অভিসম্পাত

পুনৰুপি ৰাজা পাছে গৈলা স্বৰ্গলোক।
সীতাৰ মনত কিন্তু উপজিলা শোক ॥৩৮॥
স্বৰ্গে গৈলা দশৰথ পিণ্ড-জল পাই।
সাক্ষীসৱে দিলা শাপ জগতৰ মাই ॥
উপৰত হৌক গৰু-মহিষৰ ছাৰ।
পৃথিৱীৰ তলে থাক হুই গুপ্তধাৰ ॥৩৯॥
মোৰ বাক্য মিছা নুহিবেক কোনো কাল।
গৰ্ত্ত খুনিলেহে লোকে পাব তোৰ জল ॥
চন্দ্ৰ সূৰ্য্যক চাই দেৱী বুলিলা বচন।
তোৰা দুইজনে হৈবি ৰাক্ষস-ভক্ষণ ॥৪০॥
তুলসীকো চাই দেৱী শাপিলা তথাত।
কুকুৰে মূতিব সদা তোমাৰ গাৱত ॥
কুশক বুলিলা দেৱী মনে কৰি ৰোষ।
মাৰ্জ্জনীৰ জাত হৌক তোহোৰ অঙ্কুশ ॥৪১॥

কলক চাহিয়া দেৱী কৰে অনুশোচ।
অপৱিত্র হৈব তোৰ পাখা দুই চৌচ ॥
এহি শাপ সীতাদেৱী তাসম্বাক দিলা।
পাছে ৰামচন্দ্র সঙ্গে কানন পশিলা ॥৪২॥

ৰাম-সীতাৰ পাশা-খেলা

শ্রীৰাম লক্ষ্মণ সীতা সমে চলি গৈলা।
পুনুৰূপি দণ্ডকা অৰণ্যে প্ৰৱেশিলা ॥
দণ্ডকা অৰণ্য চন্দ্রভাগা-নদী-তীৰে।
ৰহিলা ৰাঘৱ চিত্ৰকূট গিৰিবৰে ॥৪৩॥
বিশ্বকৰ্ম্মে যত্নে সাজিয়াছে মেৰখানি।
নানা ৰত্নে বিৰচিত সুৱৰ্ণৰ কামি ॥
আদিত্য-সমান জ্বলে মণিময় কাম।
সেহি মেৰ-মন্দিৰত ৰহিলা শ্রীৰাম ॥৪৪॥

সীতাৰ মায়া অযোধ্যা সৃষ্টি; চৈত্ৰাৱলী চতুৰ্দ্দশীৰ খেলা

গিৰি চিত্ৰকূটৰ গহ্‌ভৰে লৈলা বাস।
পাশা খেলাইবাক প্ৰতি কৰিলা উল্লাস ॥
পাশা খেলাইবাক ৰামৰ পৰিলা মনত।
খেলা এৰি ৰামচন্দ্রে নিশ্বাস কাঢ়ন্ত ॥৪৫॥
নিশ্বাস দেখিয়া সীতা লগাইলেক মাত।
কেনে তুমি নিশ্বাস তেজাহা ৰঘুনাথ ॥
কিবা মোৰ কুৰূপ দেখিলা কোনো দোষ।
আমাক যে এতমান কৰা অসন্তোষ ॥৪৬॥
ৰামে বোলে কিসক পুছাহা প্ৰাণেশ্বৰী।
দাৰুণ বিষম দুখ সহিতে নাপাৰি ॥

তোমাৰ নিমিত্তে কষ্ট নাই স্বৰূপত ।
ৰাজ্যৰ পৰম চিন্তা পৰিল মনত ॥৪৭॥
নগৰত নৰ-নাৰী নট-নটী ভাট ।
অমৰাৱতী সদৃশ যে অযোধ্যাৰ পাট ॥
হস্তী-ঘোৰা সৈন্যসব বন্ধু যে বান্ধব ।
সবে হেৰুৱাইলো মোৰ নাহি সুখ গাৱ ॥৪৮॥
তৃণত শয়ন কৰোঁ এৰি সিংহাসন ।
এবে নিজ গ্ৰাম ভৈলা দণ্ডকা কানন ॥
অনেক জনমে কৰি আছো ঘোৰ পাপ ।
সি কাৰণে বিধি মোক দিল এত তাপ ॥৪৯॥
নানা বিধ ভোগ সুখ সবে পৰিহাৰি ।
ৰাজপুত্ৰ গুচি ভৈলো বনৰ ভিক্ষাৰী ॥
সৰ্ব্বসুখ পৰিহৰি এবে বনবাসী ।
নাজানো কপট বিধি কি লেখিলে আসি ॥৫০॥
কিনো কৰ্ম্ম-দোষ-ফলে ভৈলো বনবাসী ।
আজি আৰো কাম-পৰ্ব্ব থেৰি চতুৰ্দ্দশী ॥
দেশতে থাকিলোহন্তে খেলাইলোহো মোট ।
পাত্ৰ-মন্ত্ৰীগণ সঙ্গে লৈয়া গোটে গোট ॥৫১॥
অগৰু-চন্দন আৰু সুগন্ধ-সুৱাস ।
তুমি সন্তে বিস্তৰ কৰিলোহন্তে হাস ॥
থেৰিত বিস্তৰ কৰিলোহন্তে ৰঙ্গ ।
ঈশ্বৰৰ ইচ্ছায়ে কৰিলা আশা ভঙ্গ ॥৫২॥

ৰামৰ বচনে সীতা দিলন্ত উত্তৰ।
এহিসে কাৰণে চিন্তা কৰা ৰঘুবৰ ॥
স্রজিবো অযোধ্যাপুৰী পাত্র-মন্ত্রীগণ।
এহি থানে দিবো প্ৰভু কৰা ৰঙ্গমন ॥৫৩॥
মন-স্থুখে কৰা প্ৰভু মনোহৰ কেলি।
হৈবেক কুস্থুম বস্ত্ৰ মহা চিত্ৰাৱলী ॥
এহি বুলি সীতা সতী গুণিলেক মনে।
যেহেন অযোধ্যাপুৰী স্রজিলেক তেনে ॥৫৪॥
হস্তী ঘোৰা স্রজিলেক পাত্র-মন্ত্রীগণ।
স্থুৱৰ্ণৰ তম্ভ মণিময় বিচক্ষণ ॥
আয়াস-মন্দিৰ স্থুশোভন সিংহাসন।
পঞ্চশব্দ বজাৱে নৰ্ত্তকী-নটগণ ॥৫৫॥
দণ্ডকা অৰণ্যে দেৱী অযোধ্যা স্রজিলা।
নানা জাতি তৰু ফল ফুল সৱে ভৈলা ॥
মালতী মধাই পাৰিজাত যে পলাশ।
প্ৰফুল্ল ফুলিতে আছে মলয়াৰ বাস ॥৫৬॥
স্থুৰভি-শীতল বহে মলয়া পৱন।
তাহাত ভ্ৰমিয়া ফুৰে যত পক্ষীগণ ॥
ভ্ৰমি ভ্ৰমি ভ্ৰমৰা ভুঞ্জয় মধুৰস।
দেখি ৰাঘৱৰ বৰ মিলিলা সন্তোষ ॥৫৭॥
পিন্ধিলা নানান বস্ত্ৰ কুস্থুমালঙ্কাৰ।
মাধঈমালতী পুষ্প শিৰৰ উপৰ ॥

ছলনা কৰয় তাতে দেখি সুশোভিত।
অগৰু-চন্দন-গন্ধে আতি সুবাসিত ॥৫৮॥
কঙ্কণ কেয়ুৰ হাৰ ঘুগুৰা পিন্ধিলা।
অলঙ্কাৰে আপোনাৰ অঙ্গ বিভূষিলা ॥
লক্ষ্মণেও সেইমতে কৰিলন্ত লাস।
সীতাযো আপুনি কৰিলন্ত লাসভাস ॥৫৯॥
লাসভাস কৰিয়া মদনে মোহে মন।
হাতে মোট ধৰিলন্ত শ্ৰীৰাম লক্ষ্মণ ॥
সীতায়ো ধৰিলা মোট উত্তম স্বভাৱ।
অযোধ্যাৰ লোকে মোট লৈলা গাৱে গাৱ ॥৬০॥
চিত্ৰাৱলী চতুৰ্দ্দশী খেলাৱন্ত খেৰি।
মোটৰ পাকত যেন ধৰে বেৰি বেৰি ॥
দিন অস্তাগত যেৱে অৱসান ভৈলা।
খেৰি এৰি ৰাম নিজ আশ্ৰমক গৈলা ॥৬১॥
আসিয়া বসিলা ৰাম দিব্য সিংহাসন।
সীতা সমে কৰে কেলি পূৰি নিজ মন ॥
অন্তৰ্দ্ধান ভৈলা সৱে অযোধ্যানগৰ।
সসৈন্যে সহিতে অন্তৰ্দ্ধান ভৈল ঘৰ ॥৬২॥
প্ৰভাতে প্ৰকাশ আসি ভৈলা দিৱাকৰ।
পুনৰুপি পিন্ধে ৰামে বস্ত্ৰ অলঙ্কাৰ ॥
বাকল পিন্ধিয়া ৰৈলা দুই ভাই তপসী।
সীতা সমে ৰহিলন্ত দুয়ো ভায়ে বসি ॥৬৩॥

মায়া কৰি সীতাদেৱী তুষিলা ৰামক ।
দেখি নগৰীয়া সৱে পাইলা বড় শোক ॥
ঘনে ঘনে দুঃখ পাৱে ৰাম গদাধৰ ।
আৰু এক কথা শুনা আত অনন্তৰ ॥৬৪॥

শূৰ্পনখাৰ ৰতি-ৰূপ

যেন মতে সীতাক যে হৰিলা ৰাৱণে ।
সেহি কথা কহোঁ আবে শুনা সাৱধানে ॥
থাকিল শ্ৰীৰাম চিত্ৰকূটৰ ওপৰে ।
ঋষি-বেশে ছিদ্ৰ চাই চন্দ্ৰভাগা-তীৰে ॥৬৫॥
ৰাৱণাৰ ভগ্নী শূৰ্পনখা ৰাক্ষসিনী ।
তাইক ভয়ে তপ ছাৰিলন্ত যত মুনি ॥
মাৰিলা বিস্তৰ সেনাগণ শৰে হানি ।
কোপে কম্পমান হুয়া পলাই ৰাক্ষসিনী ॥৬৬॥
সংগ্ৰামক আইলা তাই মনুষ্যৰ তাপে ।
দেখি ভোল ভৈলা তাই ৰাঘৱৰ ৰূপে ॥
ভোল হুয়া ভজো মনে বুলিলা বচন ।
ভয়ঙ্কৰ ৰূপ দূৰ কৰি তেতিক্ষণ ॥৬৭॥
মোহিনী ৰতিৰ ৰূপ ধৰিলেক তাই ।
ভণে দুৰ্গাবৰে পদ জানা মধুময় ॥

পদ ॥

চন্দ্ৰভাগা নদী নামে আছে মৃত্যুঞ্জয় ।
শূৰ্পনখা নিশাচৰী ভৈলা পৰিচয় ॥৬৮॥

ৰামৰ কাষত শূৰ্পনখা

ৰামৰ ৰূপক দেখি হৰিষ-বদন।
দুতি পুৰন্দৰ সম ভৈলা তেতিক্ষণ॥
শুনা সুবদন তোক দেখি ভৈলো ভোল।
আমি বিৰহিনী মাগো আলিঙ্গন-কোল॥৬৯॥
নয়নে অঞ্জন দিব্য কুন্তল-উপাম।
সৰ্ব্বাঙ্গ-সুন্দৰ মুখ চন্দ্ৰমাৰ সম॥
অধৰ ৰাতুল মুখ চন্দ্ৰমাৰ পান্তি।
হৃদয় জ্বলিয়া আছে সুবৰ্ণৰ কান্তি॥৭০॥
আঙ্গুলি চম্পাৰ পান্তি খাণ মধ্যদেহ।
মৃণাল-সদৃশ ভুজ দেখন্তে সন্তোষ॥
ৰক্ত উতপল সম যেন দুই স্তন।
চাৰু উৰু-থল ৰামকদলী সমান॥৭১॥
কাঞ্চুলি কাঞ্চন নানা ৰত্ন আভৰণ।
কটিত মেখলা বান্ধে আতি বিতোপন॥
গজমুকুতাৰ মালা ওপৰত জ্বলে।
লয়লাসে গজগতি হংস যেন চলে॥৭২॥
প্ৰথম-যৌৱনী যেন ৰতিত চঞ্চাল।
হাসলাস পৰিহাস কৰয় ধেমাল॥
ভ্ৰুৰ যে মদন-ধনু কটাক্ষে মোহয়।
কোকিল-কোমল ৰাণী সৱ কিশলয়॥৭৩॥
কমনে বিধাতা আসি ভৈলা উপাগত।
দুৰ্লভ মাণিক-মণি মিলিলা হাতত॥

আজিসে জানিলো ভৈলা জনম সফল ।
মন তুষ্ট ভৈল দেখি বদন কমল ॥৭৪॥
ই ৰূপ-যৌৱন মোৰ আজিসে সফল ।
তুমি মোৰ প্ৰাণ-মন জীৱন-সম্বল ॥
কিসক আছাহা প্ৰভু মোক নাচাহিয়া ।
ৰাখিয়ো পৰাণ মোৰ আলিঙ্গন দিয়া ॥৭৫॥
এহি বুলি দুৰাচাৰী কাম-অভিলাষে ।
লহু লহু কৰি গৈলা ৰাঘৱৰ পাশে ॥
ৰামৰ ৰতিক তাইৰ বৰ অভিলাষ ।
ৰাম-পদ-আশে ভণে দুৰ্গাবৰ দাস ॥৭৬॥

পদ ॥

মদনে আকুল চিত্ত সহিতে নপাৰি ।
আগত কাতৰ কৰে দান্তে তৃণ ধৰি ॥
তোমাৰ ৰূপক দেখি দগ্ধ কলেৱৰ ।
দিয়া আলিঙ্গন মোৰ প্ৰাণ ৰক্ষা কৰ ॥৭৭॥
সুৰতি প্ৰদান দিয়া সন্তোষিয়ো মন ।
মদনে দহয় মন আকুল পৰাণ ॥
ৰাক্ষসীক চাই বোলে ৰাম গদাধৰ ।
লগত নাহিকে কন্যা একলা লক্ষ্মণ ॥৭৮॥
লগত আছয় সীতা কাৰ্য্য নাহি আৰ ।
যোৱা লক্ষ্মণৰ পাশ কৰিয়া সত্বৰ ॥

শূৰ্পনখাৰ নাক-কাণ-ছেদ

তাত মাগি লউ যাই ৰতি-আলিঙ্গন।
পৰম স্থুন্দৰ ভাই সাক্ষাত মদন ॥৭৯॥
ৰামৰ বচনে শূৰ্পনখা চলি গৈলা।
লক্ষ্মণৰ ৰূপ দেখি মন মোহ ভৈলা ॥
পাশ চাপি কামভাৱে বুলিল বচন।
লজ্জা এৰি মাগোহো চুম্বন-আলিঙ্গন ॥৮০॥
লক্ষ্মণক চাই মাগে প্ৰেম-আলিঙ্গন।
শুনিয়া লক্ষ্মণ ভৈলা আতি কোপ-মন ॥
কৰে ধনু ধৰি গুণ দিলা টানি ৰাগে।
ছুই কৰ্ণ নাসিকা কাটিলা মহাভাগে ॥৮১॥
আদখান নাসিকা কাটিলা বাণ হানি।
জয় জয় ৰঘু ঘুষিলেক সিদ্ধ মুনি ॥
তোমাৰ প্ৰসাদে সৱে বৈৰী নষ্ট ভৈলা।
জয় জয় ঘুষি ঋষিসৱ চলি গৈলা ॥৮২॥
শূৰ্পনখা নিশাচৰী ৰৈলা সেহি থানে।
বিষে ব্যাকুলিত হুয়া গুণে মনে মনে ॥
ৰুধিৰে শৰীৰসৱ ঢাকিলা প্ৰত্যেক।
ৰাম লক্ষ্মণক তাই গৰ্জ্জিলা অনেক ॥৮৩॥
এক হাতে নাকে ধৰি ৰামক গৰ্জ্জয়।
আউৰ হাতে ছুৰাচাৰী শোণিত মোচয় ॥
ৰামৰ কিঙ্কৰ ভণে ছুৰ্গাবৰ দাস।
চলিলন্ত শূৰ্পনখা ৰাৱণাৰ পাশ ॥৮৪॥

## ৰাগ বেলোৱাৰ ॥

শূৰ্পনখাৰ কোপ-বাণী

শুন অৰে তপসীয়া মন্দবুধি কুবুধীয়া হে
মোক ছলে বঢ়াইলি বৈৰী ।
তোক যম ৰাজা এবে পাত মলচিব তেবে এ
শুনিয়া আসিব দশগিৰি ॥৮৫॥
ৰূপ দেখি তোৰ পাশে আইলো ৰতিৰঙ্গ-আশে এ
লজ্জা এৰি মাগিলো সুৰতি ।
আছোক সুৰতি-ৰঙ্গ মনত মিলিলা খঙ্গ এ
জন্মান্তৰে থৈলিহি খিয়াতি ॥৮৬॥
আসিয়া ৰাৱণা ৰাজ সাধিব তোমাৰ কাজ
শিৰ ছিণ্ডি পিবন্ত ৰুধিৰ ।
লক্ষ্মণক কৰি হত সীতাক কৰিব হাত এ
চলি যাইব আপুন মন্দিৰ ॥৮৭॥
বিনা অপৰাধে মোৰ নাসিকা ছেদিলি হে
মুখ কৈলি বিকৃত-আকাৰ ।
মোহোৰ যে হৃদি-শাল ৰহি গৈলা সৰ্ব্বকাল এ
এবে তোক কৰোহো সংহাৰ ॥৮৮॥
কোপে খৰতৰ বোলে মাতে ভগ্নী-দশাননে
চলি গৈলা ৰাৱণাৰ পাশে ।
ৰামৰ চৰণে ধৰি প্ৰণতি কৰিয়া কহে এ
কবি ভণে দুৰ্গাবৰ দাসে ॥৮৯॥

## ৰাগ বৰাড়ি ॥

শূৰ্পনখাক দেখি ৰাৱণৰ সন্তাপ

আ কি ভগ্নী হে
কয়ো কোনে কৈলা অপমান ॥৯০॥

দেখিয়া ভগ্নীৰ মুখ মনত মিলিলা দুখ
সচকিতে ৰাৱণাই বোলে।
কি ভৈলা তোহোৰ নাক পোছয় ৰাৱণে বাক
তেজে ভৈলা অঙ্গ তোলবোলে ॥৯১॥

কহিয়ো স্বৰূপ কৰি ক্ৰন্দনক পৰিহৰি
কোনে তোক কৈলা অপমান।
পঠাই অনেক বীৰ ছেদিবো তাহান শিৰ
ত্ৰিদশে খাটয় মোৰ পাশ ॥৯২॥

কোন সিটো বীৰবৰ লোহায়ে বান্ধিলা ঘাৰ
বৰ দেখোঁ তাৰ যে সাহক।
* * * ॥৯৩॥

যদি পশে তলাতল সুহিবা পশয় জল
যদি হৰে সাগৰৰ পাৰ।
লোকালোকে যাই যদি তথাপি মাৰিবো খেদি
মোৰ হাতে হৈব প্ৰতিকাৰ ॥৯৪॥

খৰতৰ বাক্য ঘনে বোলে ৰাজা দশাননে
হৃদয়ে ভাবিয়া বৰ বেথা।
ৰাম-পদ-কিঙ্কৰে বোলে কবি দুৰ্গাবৰে
শূৰ্পনখা বোলে সৱ কথা ॥৯৫॥

## ৰাগ গুঞ্জৰি ॥

শূৰ্পনখাৰ মুখত ৰাম-সীতাৰ বাৰ্ত্তা

শুনা দাদা লঙ্কেশ্বৰ হে এ দাদা কৰা পৰিত্ৰাণ ॥
বৈৰক মাৰিয়া এবে সাধি দেহ মান ॥৯৬॥
দণ্ডকা অৰণ্যে আছে শত্ৰু যে আমাৰ।
বল্কল পিন্ধয় বৃক্ষ-ফলেসে আহাৰ ॥৯৭॥
অলপ-বয়সী সীতা জলয় শৰীৰ।
অন্ন অবিহনে সিটে খাই বৃক্ষ-ফল ॥৯৮॥
তেজ-বল আছে তাৰ গাণ্ডীৱৰ বাণে।
নাসাক ছেদিলা মোৰ শৰৰ সন্ধানে ॥৯৯॥
শোভন পুৰুষ দেখি সুৰতি মাগিলো।
নাক কাণ কাটিলেক তাৰ ফল পাইলো ॥১০০॥
তপস্বীৰ লগত দেখিলো এক ৰামা।
ত্ৰিভুৱন মোহে ৰূপে অতি অনুপমা ॥১০১॥
আমাৰ শকতি ৰূপ বৰ্ণিতে নাপাৰি।
তাহাৰ সদৃশ নোহে ৰাণী মন্দোদৰী ॥১০২॥
ৰাৱণাক সম্বোধিয়া কহে সৱ কাজ।
কাটা যে নাকত তাইৰ নাহিকন্ত লাজ ॥১০৩॥
শুনিয়া ৰাৱণা কোপে কম্পমান-কায়।
সজল নয়নে বোলে ভগ্নী-মুখ চাই ॥১০৪॥
সঘনে বহয় তাইৰ নয়নৰ নীৰ।
ভণে কবি দুৰ্গাবৰ নমি ৰঘু-বীৰ ॥১০৫॥

## পদ ॥

খৰ, দূষণ আৰু ত্ৰিশিৰাৰ যুদ্ধ

ভগিনীৰ মুখে মহা মন্দ বাৰ্ত্তা শুনি ।
কোপে লঙ্কেশ্বৰ বোলে খৰতৰ বাণী ॥
আজি দুই তপস্বীৰ ছেদিবোহো শিৰ ।
ডাক দিয়া ত্বৰিতে আনাইলা তিনি বীৰ ॥১০৬॥
খৰ দূষণ ত্ৰিশিৰা যে এহি তিনিজন ।
তিনিজনে মাতি ৰাজা বুলিলা বচন ॥
চতুৰ্দ্দশ সহস্ৰ লগত লৈয়া সৈন্য ।
এতিক্ষণে প্ৰৱেশিয়ো দণ্ডকা অৰণ্যে ॥১০৭॥
তপস্বী কাটিলা মোৰ ভগিনীৰ নাক ।
মোহোৰ পাশক শীঘ্ৰে ধৰি আনা তাক ॥
আপুনাৰ ইচ্ছায়ে কৰিবা উগ্ৰ শাস্তি ।
নানাবিধ বিকৰ্থনা কৰিবাহা আতি ॥১০৮॥
যদি যুদ্ধ কৰিতে তপস্বী তোলে হাত ।
নানিবিহি লঙ্কাক তথাতে ধৰি কাট ॥
তাৰ ভাৰ্য্যা তপস্বিনী ৰথে তুলি আন ।
সত্বৰে লঙ্কাক লাগি কৰিয়ো প্ৰয়াণ ॥১০৯॥
পাছে তিনি বীৰে ৰাৱণাৰ বাণী শুনি ।
তেখণে সাজিলা ৰথ পদাতিক আনি ॥
ৰথত চৰিয়া অস্ত্ৰ লৈলা আপুনাৰ ।
লগত লৈলেক সৈন্য চৈধ্যও হাজাৰ ॥১১০॥

চতুৰ্দ্দশ সহস্ৰ সৈন্যক সঙ্গে কৰি।
তপস্বী ধৰিতে আইলা লঙ্কা পৰিহৰি ॥
সিংহ-নাদে শৱদ কৰয় সেনাগণ।
অবিকলে প্ৰৱেশিলা দণ্ডকা কানন ॥১১১॥
চিত্ৰকূটে চতুৰ্ভুজ আছে নাৰায়ণ।
তথাত ৰাক্ষসগণ ভৈলা উপসন ॥
ধৰ ধৰ মাৰ মাৰ সৈন্যৰ আন্দোল।
হুৰ হুৰ শবদে নুশুনি মাতবোল ॥১১২॥
নিসন্ধিলা নিশাচৰে অস্ত্ৰ-শস্ত্ৰ ধৰি।
চৌদিশে বেৰিয়া মাৰ তপস্বীক ধৰি ॥
কেহো বোলে ভাৰ্য্যা আন তপস্বীক মাৰি।
কেহো বোলে জীৱন্তে নিবোহো লঙ্কাপুৰী ॥১১৩॥
হেন যদি বচন বোলয় নিশাচৰে।
ধনু ধৰি ওলাই আইল ৰাম গদাধৰে ॥
চিত্ৰকূট গিৰি এৰি নামিল ভূমিত।
ধনু ধৰি টঙ্কাৰ কৰিলা বিপৰীত ॥১১৪॥
ধনুৰ টঙ্কাৰ-শব্দ শুনি নিশাচৰে।
মহা-ভয়ে উলটি পলাইলা কতো দূৰে ॥
বিভঙ্গে পলাইলা সৱে এৰি পটোৱাৰ।
পুনৰপি উৰ্ম্মি কৰি ধাইলা আৰোবাৰ ॥১১৫॥
একেবাৰে সসৈন্যে সহিতে গৈলা খেদি।
দূৰ কৰিলন্ত ৰামে খুৰ বাণ ভেদি ॥

বাণে হানি শৰসৰ কৈলা খণ্ড খণ্ড ।
কোপে কিটাইলেক পাছে ত্ৰিশিৰা প্ৰচণ্ড ॥১১৬॥
ৰথে চৰি যুদ্ধক আসিলা নিশাচৰ ।
ৰহ ৰহ বুলি ধাইলা ৰাম-গদাধৰ ॥
সহস্ৰেক শৰ বীৰে হানিলা ত্ৰিশিৰ ।
পথতে কাটিলা ৰামে হানি খুৰধাৰ ॥১১৭॥
আৰু সহস্ৰেক বাণ হানিলা ত্বৰিত ।
তাহাকো কাটিলা পাছে দশৰথ-সুত ॥
শৰ ছেদি শৰে পূৰ্ণ কৰি আকাশত ।
ৰথ ধ্বজ সাৰথি কৰিলা যুদ্ধে পাত ॥১১৮॥
তাহান শৰীৰে কিছু নাহিকয় তত ।
যত শৰ মাৰে ৰামে কাটিলন্ত তত ॥
অনন্তৰে ৰামে শৰ জুৰিলা গুণত ।
হত-ৰথ ত্ৰিশিৰা ভৈলেক ভূমিগত ॥১১৯॥
মহাকোপে শৰ প্ৰহাৰিলা গদাধৰ ।
ধনু সমে বাম বাহু ছেদি ৰাক্ষসৰ ॥
ধনু বাণ কাটি তাৰ ছেদিলেক শিৰ ।
পড়িলা দণ্ডকা বনে ত্ৰিশিৰাৰ শিৰ ॥১২০॥
ত্ৰিশিৰা পৰিলা খৰ দূষণে দেখিলা ।
মহা-মদ-গৰ্ব্ব কৰি সমৰে পশিলা ॥
তেহো দুই দুৰ্জ্জয় ৰাঘৱ একেশ্বৰ ।
অপ্ৰয়াসে শৰ বৃষ্টি কৰে নিৰন্তৰ ॥১২১॥

অৰ্দ্ধচন্দ্ৰ বাণ ৰামে কৰিলা সন্ধান।
ছেদিলা ৰাঘৱে দুইৰো ৰথ দুইখান॥
যেহি বেলা দুইগোট সাৰথি কাটিলা।
দুয়ো ৰথ হস্তে পাছে ভূমিত নামিলা॥১২২॥
ভূমি পাৰ দিয়া যেবে ভৈলা অন্তৰীক্ষ।
দুয়োজনে আইলা পাছে ধৰি জম্বু-বৃক্ষ॥
খৰ দূষণ দুয়ো বীৰ মহাকোপে আইলা।
দেখি ৰামে ক্ৰোধ মনে চৌগুণে কিটাইলা॥১২৩॥
কাটিয়া দুৰ্জ্জয় বৃক্ষ বাহু সমন্বিতে।
উফৰিয়া পৰিয়া যে মৰিল ভূমিতে॥
অনন্তৰে দূতে কহিলেক সম্বিধান।
খৰ দূষণ ত্ৰিশিৰা গৈলেক যম-স্থান॥১২৪॥
সসৈন্যে সহিতে হত তিনিও অসুৰ।
থাকিল ৰাঘৱ আসি চিত্ৰকূট পৰ॥

দণ্ডকা বনত ৰাৱণ : মায়া-মৃগ ৰূপে মাৰীচ

দূতে কহিলেক কথা ৰাৱণ আগত।
ত্ৰিশিৰা দূষণ খৰ বীৰ ভৈলা হত॥১২৫॥
তপস্বী তোমাৰ সেনা মাৰিলা সকল।
শুনি ক্ৰোধে দশগ্ৰীৱ জলিলা অনল॥
ৰথে চৰি ৰাৱণ চলিলা মহাবেগে।
দণ্ডকাত প্ৰবেশিলা জানকীৰ আগে॥১২৬॥
দেখিয়া ৰাৱণা ৰাজা বিয়ামোহ ভৈলা।
সেহি বেলা মাৰীচ ৰাক্ষস লাগ লৈলা॥

প্ৰণামি ৰহিলা বসি তাড়কা-নন্দন।
তাহাক ৰাক্ষসৰাজে বুলিলা বচন ॥১২৭॥
তপস্বী বধিতে আইলো সংগ্ৰাম সাজিয়া।
মদনে মুহিল মোক সীতাক দেখিয়া ॥
মন্দোদৰী ছাৰী ৰূপ দেখোহো অধিক।
মদনে পীড়িছে মোক জানা অন্তৰক ॥১২৮॥
ৰূপে উজলিত চোৱা দণ্ডকা অৰণ্য।
ইহাৰ অধিক নাৰী আছে কোনজন ॥
নাহি দেখো নাহি শুনো নাহি আন থান।
সাক্ষাতে দেখিয় চিত্ৰ-পুতলী-সমান ॥১২৯॥
চন্দ্ৰত সুন্দৰ দেখি মুখ-অগ্ৰভাগ।
কেতেকীৰ বৰ্ণ সম দেহা-অনুৰাগ ॥
মৃণাল-সদৃশ যেন বাহু দুইখান।
সিন্দুৰে চামৰ হাৰ ৰত্নে যে শোভন ॥১৩০॥
হৃদয় সুবৰ্ণ-বৰ্ণ দেহা মধ্য-খীণ।
লয়লাস-গতি যায় ৰাজহংস-চিন ॥
নয়ন উৎপল যেন শোভন নিৰ্ম্মল।
ডালিম্ব-সদৃশ তনু দেখি বিয়াকুল ॥১৩১॥
মন মোৰ মোহিলে কামিনী মনোৰমা।
চিত্ত থিৰ নোহয় চলিয়া যায়ো মোমা ॥
এতিক্ষণে আগে অবিলম্বি চলিয়োক।
তপস্বীক মাৰি তাৰ ভাৰ্য্যা আনিয়োক ॥১৩২॥

মাৰুচ বদতি শুনিয়োক লঙ্কেশ্বৰ ।
বৰ বিপৰীত তুমি বুলিলা উত্তৰ ॥
তুমি হেন শত সহস্ৰেক আসে ধাই ।
তথাপিতো তপস্বীক বধন নযাই ॥১৩৩॥
ক্ৰোধ পৰিহৰি ৰাজা লোৱা মোৰ বুদ্ধি ।
বিনা যুদ্ধে সকলো কাৰ্য্যৰ হৈব সিদ্ধি ॥
উপায় কৰিয়া কওঁ জানকীৰ থানে ।
মৃগ-ৰূপ ধৰি যাই হৰাইবো চেতনে ॥১৩৪॥
মোক লাগি বিদূৰক দেখিয়া আসিব ।
সেহি সময়তে তেবে সীতাক হৰিব ॥
বনত ভ্ৰমিব যেবে মৃগৰ কাৰণ ।
তপস্বীৰ ৰূপে কৰা সীতাক হৰণ ॥১৩৫॥
হেন বুদ্ধি কৰিলে হৰিতে পাৰি সীতা ।
সংগ্ৰামৰ নাম শুনি মোৰ লাগে চিন্তা ॥
সংগ্ৰামে সুজান দশৰথৰ কুমাৰ ।
যুদ্ধ কৰি তাক নোৱাৰিবা সাৰে সাৰ ॥১৩৬॥
মাৰুচক বচন বোলয় দশগ্ৰীৱ ।
কন্যা দেখি মদনে দহয়ে মোৰ জীৱ ॥
এৰিলো স্বৰূপ সৱে শক্ৰুৰ সংগ্ৰাম ।
যেন তেন প্ৰকাৰে সাধিবো মোৰ কাম ॥১৩৭॥
হেন শুনি মাৰুচ মৃগৰ ভৈলা বেশ ।
শৰীৰ সুৱৰ্ণময় দেখোতে সুবেশ ॥

ৰত্নে বিৰচিত পিঠি খুব ৰজতৰ।
সীতাক চলিতে গৈলা মাৰুচ বৰ্ব্বৰ ॥১৩৮॥
দূৰ-দৃষ্টি কৰি দুষ্টে থাকে গৈয়া চাই।
প্ৰভু সমে পাশা খেলে জগতৰ আই ॥
চাৰিঙ্গি পাশাৰি মাৰে ৰামে অভ্যান্তৰে।
ভণে কবি দুৰ্গাবৰ ৰামৰ কিঙ্কৰে ॥১৩৯॥

## ৰাগ ধনশ্ৰী ॥

ৰাম-সীতাৰ ক্ৰীড়া-কৌতুক

পাতিলা পাশাৰ সাৰি হে
আকুলিত ঘৰে হে ৰাম ৰাম।
সীতা সমে খেলে পাশা ৰাম গদাধৰে ॥১৪০॥

## দিহা ॥

বিজয় ভৈলন্ত ৰাম প্ৰথমৰ আৰি।
তাত পাছে ৰাম হাৰিলন্ত তিনি শাৰী ॥১৪১॥
তিনি লক্ষ টকা ৰামে পাশাত হাৰিলা।
পুষ্পৰ জৰীয়ে সীতাই ৰামক বান্ধিলা ॥১৪২॥
দেৱনাৰ ডালে ধৰি কোবান্ত সুন্দৰী।
সত্বৰে দিওক টকা এ দেৱ মুৰাৰি ॥১৪৩॥
হেন সময়ত মৃগ দেখিলন্ত সীতা।
বন্ধন-মুকুত ভৈলা জগতৰ পিতা ॥১৪৪॥

ভণে কবি দুৰ্গাবৰ স্মৰি চক্ৰপাণি।
মৃগক দেখিয়া ভৈলা আকুলা গোসানী ॥১৪৫॥

## ৰাগ ৰামগিৰি ॥

মায়া-মৃগৰ ৰূপত মুগ্ধা সীতাদেৱী

যেন সুবৰ্ণময় শৰীৰ জলয় এ
বিমল যে দুই আখি।
ৰুচিৰ-বৰণ দেখিতে শোভন এ
দেখি ভৈলো বৰ সুখী ॥১৪৬॥

## দিহা ॥

নকৰা বিলম্ব কৰিয়ো আৰম্ভ
সত্বৰে সাৰঙ্গপাণি।
মৃগ অনুপাম দেখি মনোৰম এ
সত্বৰে দিয়োক আনি ॥১৪৭॥
সৰ্ব্ব সুলক্ষণ দেখি বিতোপন
জলে ৰত্নময় দেহা।
কৰে গতি মতি ভ্ৰমে চাৰিভিতি এ
হেৰা প্ৰভু মৃগ চাহা ॥১৪৮॥
পুষিবো পালিবো লগত ফুৰাইবো এ
লগত মোৰ সৈতাৰি।
কাখে কোলে কৰি লগতে ফুৰাইবো এ
থাকিবো দুখ পাসৰি ॥১৪৯॥

আনিবা জীয়ন্তে নকৰিবা হত
নমাৰি, শৰ-সন্ধানে।
যেবে যাওঁ দেশ এ মোৰ সন্দেশ এ
কবি দুৰ্গাবৰে ভণে ॥১৫০॥

## ৰাগ গুৰ্জ্জৰি ॥

শ্ৰীৰামৰ প্ৰবোধ-বাণী

ছাৰা প্ৰাণেশ্বৰী মৃগক মন।
পাশা খেলিবাৰ কৰা যতন ॥১৫১॥
একো যন্ত্ৰ-মন্ত্ৰ নজানো মই।
জীয়ন্তে আনিবো বোলস তই ॥১৫২॥
ক্ষেপিবো বাণ সঙ্কলিবো জীউ।
ছাৰা মৃগ-আশা জনক-জীউ ॥১৫৩॥
চঞ্চাল-চৰিত্ৰ মৃগৰ মন।
আমাক দেখিয়া পশিব বন ॥১৫৪॥
ঘোৰ অন্ধকাৰে নাপাই সন্ধি।
কমনে মৃগক কৰিবো বন্দী ॥১৫৫॥
লগত সঙ্গতি আছো দুই ভাই।
আমাক ছাৰি মৃগে মন যাই ॥১৫৬॥
বনৰ পশু চৰিয়া ফুৰে।
তাহাক আখুটি ভৈলা তোমাৰে ॥১৫৭॥
প্ৰবোধ-বচন বোলে শ্ৰীৰাম।
তথাপি সীতা নোহে উপশাম ॥১৫৮॥

গাণ্ডীৰ ৰেখা দিলা মুৰাৰি ।
ইহাৰ ভিতৰে থাকা সুন্দৰী ॥১৫৯॥
বনৰ মাজে ৰাক্ষসৰ পুৰী ।
মায়া কৰি কেবা নিবেক হৰি ॥১৬০॥
এহি বুলি ৰাম বিমৰ মনে ।
আখুটি কৰি দুৰ্গাবৰে ভণে ॥১৬১॥

## পদ ॥

মায়া-মৃগৰ ছলনা

ভাৰ্য্যাৰ আখুটি ৰামে সহিতে নপাৰি ।
সাৰঙ্গৰ তিনি ৰেখা দিলন্ত মুৰাৰি ॥
লক্ষ্মণ প্ৰহৰী থৈলা সীতাৰ নিকটে ।
চলিলা ৰাঘৱ তেবে মৃগৰ সঙ্কটে ॥১৬২॥
মহাভয়ে মৃগ সৰে চাহে মাথা তুলি ।
কোপে ৰামচন্দ্ৰে ধেনু ধৰি যাই চলি ॥
খণো পাশ চাপে খণো দূৰক পলাই ।
কৰে ধনু ধৰিয়া মৃগক খেদি যাই ॥১৬৩
ছল পায়া ৰামে পাছে প্ৰহাৰিলা শৰ ।
শৰ খায়া মহাপাপী মাৰুচ বৰ্ব্বৰ ॥
বাণ-প্ৰহাৰত কণ্ঠাগত-প্ৰাণ ভৈলা ।
ৰামৰ সদৃশ ৰাৱে চেঞ্চাইবাক লৈলা ॥১৬৪॥
প্ৰাণ ভাই লক্ষ্মণ সত্বৰে আসিয়োক ।
একেশ্বৰ দেখিয়া ৰাক্ষসে খাই মোক ॥

হেন শুনি সীতাৰ অসুখ কৰে মন।
লক্ষ্মণক আদেশ কৰিলা তেতিক্ষণ ॥১৬৫॥
প্ৰভুক ৰাক্ষসে মাৰে একেশ্বৰ দেখি।
সত্বৰে লক্ষ্মণ চলা আমাক উপেক্ষি ॥
লক্ষ্মণ বদতি তুমি নকৰা সন্তাপ।
শ্ৰীৰামচন্দ্ৰক মাৰিবেক কাৰ বাপ ॥১৬৬॥
সংগ্ৰামে বিজয়ী ৰাম সংসাৰতে সাৰ।
তাহাঙ্ক সমৰে জিনে শকতি কাহাৰ ॥
ৰাক্ষসৰ মায়া দেৱী জানিবা নিশ্চয়।
কিঞ্চিতেকো মাত্ৰ তুমি নকৰা সংশয় ॥১৬৭॥
লক্ষ্মণৰ বাণী শুনি ক্ৰোধিলা গোসানী।
হেন অদভুত বাক্য নইতো দেখি শুনি ॥
বুজিলোহো লক্ষ্মণ তোহোৰ যেন চিত্ত।
কিঞ্চিতেকো শ্ৰীৰামৰ নিচিন্তাহা হিত ॥১৬৮॥
বোলাহা ৰাঘৱ তেতে হুয়োক বিনাশ।
এহি সীতা লৈয়া মঞি কৰো গৃহবাস ॥
হেন যেৱে সীতাদেৱী বুলিলা বচন।
মেৰ ছাৰি বাজ ভৈলা সুমিত্ৰা-নন্দন ॥১৬৯॥
লক্ষ্মণ চলিলা সীতাদেৱী পৰিহৰি।
তপস্বীৰ ৰূপ ধৰি আইলা দশগিৰি ॥১৭০॥

## ৰাগ ৰামগিৰি ॥

তপস্বী-বেশী লক্ষ্মণ গৈলন্ত ৰামৰ উদ্দিশে এ
ৰাৱণে সীতাক অৰণ্যে থৈয়া ।
ভিক্ষা
বিচাৰে ৰাজা লঙ্কানাথ মিলিলা তথাত এ
তপস্বী-স্বৰূপ ধৰিয়া ॥১৭১॥

## দিহা ॥

দান দিয়া বুলি আৰাগু কৰয়
মেৰৰ বাহিৰে বহি ।
ভিতৰত বসি ত্রিজগত-মাতা এ
বোলন্ত আইলা বিদেশী ॥১৭২॥
দণ্ড কমণ্ডলু কটিত কপীন
ভস্মে বিভূষিত কায় ।
ডুব ডুব কৰি সীতাৰ আগত এ
ডম্বৰুখানি বজাই ॥১৭৩॥
উপায় কৰিয়া আইলা দুৰাচাৰ
সীতা হৰিবাক মনে ।
ৰামৰ চৰণ কৰিয়া বন্দন এ
দাস দুৰ্গাবৰ ভণে ॥১৭৪॥

## ৰাগ অহিৰ ॥

আ কি তপসীয়া
আজি বাহুৰিয়া চলা ঘৰে ।

**দিহা ॥**

সীতাৰ কাকুতি

আন দিনা দিবো দান  লৈবি ভিক্ষা যতমান
আসোক প্ৰভু ৰাম গদাধৰে ॥১৭৫॥
একলে আছোহো আমি  মৃগ খেদি গৈলা স্বামী
লক্ষ্মণক পঠাইলো উদ্দেশি।
ঘৰে নাহি একোজন  কোনে তোক দিব দান
শূন্য ঘৰে আসিলা তপস্বী ॥১৭৬॥
সাৰঙ্গৰ তিনি ৰেখা  আগতে প্ৰত্যেক দেখা
ইহাক কমনে হৈবো পাৰ।
পতিব্ৰতা ধৰ্ম্ম যত  সকলো হুইবেক হত
আজ্ঞা-ভঙ্গ হুইবেক ৰামৰ ॥১৭৭॥
স্বামীত নুপুছি কৰ্ম্ম  যি নাৰী কৰয় ধৰ্ম্ম
একো তাৰ নোহন্ত প্ৰকাশ।
শাস্ত্ৰে শুনি আছো কথা  সকলো হুইবেক বেৰ্থা
কবি ভণে দুৰ্গাবৰ দাস ॥১৭৮॥

**ৰাগ পটমঞ্জৰি ॥**

বৈদেহী-হৰণ

এ নকৰা সংশয় বালা হে
বালা কৰা পূৰ্ণ কাম।
দেখিলে আনন্দ হুইব দেৱৰাজ ৰাম ॥১৭৯॥
মহাদুখে ভোখে মই হে আইলো মাগিবাক।
কিসক নৈৰাশ বাণী বোলাহা আমাক ॥১৮০॥

যি নাৰী নজানে নিজে হে পতিব্ৰতা-ধৰ্ম্ম।
তাহাৰেসে খণ্ডন নহয় তিনি কৰ্ম্ম ॥১৮১॥
তোমাৰ বল্লভ ৰাম হে বৰ পুণ্যশালী।
তাহান বল্লভা তুমি পৰম সুন্দৰী ॥১৮২॥
গগনে প্ৰকাশে ৰবি প্ৰহৰেক যাই।
কালি অনাহাৰে আছো অন্ন নাহি খাই ॥১৮৩॥
সত্বৰে দিয়োক ভিক্ষা হে পৰিৱৰ্ত্তি যাওঁ।
খুধায় পীড়িত মই কাম্পে সৰ্ব্ব কায় ॥১৮৪॥
তপস্বীৰ বোলে দেৱী হে দায়াতুৰ মনে।
ভিক্ষাক দিবাক প্ৰতি হে কৰিলা যতনে ॥১৮৫॥
ৰেখাৰ ভিতৰে থোজ হে দিয়া সীতা সতী।
পুনৰুপি তপসীয়া হে সীতাত বদতি ॥১৮৬॥
আপুনি বন্ধন ভিক্ষা হে দেহ কেন কৰি।
লৈয়ো ভিক্ষা বুলি হে মাতে ৰামৰ সুন্দৰী ॥১৮৭॥
ৰেখাৰ বাহিৰে পাৱ হে দিলা বৰনাৰী।
হাতে ধৰি ৰথত তুলিলা হে দশগিৰি ॥১৮৮॥
ছল কৰি দুৰাচাৰে হে সাধিলেক মান।
দখিণ দেশক লাগি হে কৰিলা গমন ॥১৮৯॥
দখিণ দিশক লাগি হে ৰথ বহি যাই।
চিন্তায়ে আকুল সীতা হে জগতৰ আই ॥১৯০॥
আৰেসে জানিলো মই হে কুল-কুলক্ষাৰি।
কান্দিবে লাগিলা মহা-আৰ্ত্তস্বাৰ কৰি ॥১৯১॥

অনুশোচ কৰি সীতা হে ৰথৰ ওপৰে।
নেত্ৰ বহি নিৰ্ম্মল লোতক ধাৰে পৰে ॥১৯২॥
আঞ্চোলে মোচয় হাতে হে নয়নৰ নীৰ।
ৰাৱণা ৰাজাক ভয়ে কান্দে ধীৰ ধীৰ ॥১৯৩॥
স্বামীৰ সন্তাপে দেৱী হে হানে হৃদি ৰোষে।
আৰকত নয়ন তৱধ অসন্তোষে ॥১৯৪॥

ৰাগ অহিৰ ॥

সীতাৰ বিলাপ

অ কি বিধি হে
কৰ্ম্ম-বন্ধ-এৰাইতে নাপাৰি।
নিৰ্ম্মল কুলৰ মাজে কলঙ্ক ৰাখিলো হে
এবে ভৈলো কুল-খিলিঙ্কাৰি ॥১৯৫॥
মই অলক্ষিণী লাগি প্ৰভুক পঠাইলো হে
লক্ষ্মণকো পঠাইলো উদ্দেশে।
শূন্য গৃহ পায়া মোক ৰাৱণে হৰিলা হে
নষ্ট গৈলো আপুনাৰ দোষে ॥১৯৬॥
মৃগক মাৰিয়া প্ৰভু পালটি আসিয়া হে
যেৱত যে নেদেখিব সীতা।
কিজানি কি ভৈলা বুলি অৰণ্যে ভ্ৰমিব হে
চিন্তা কৰি হৈব আকুলিতা ॥১৯৭॥
আনে মন্দ বুলিবেক তাকো প্ৰভু শুনিবেক
নানা কথা ভাবিব মনত।

অৰণ্যে কু-অভিপ্ৰায়ে পঠাইলে লক্ষ্মণ হে
যত দোষ পৰিব মোহোত ॥১৯৮॥
অসতী ৰমণী সীতা পলালে অন্তৰি হে
ভাবিব মনত ৰঘুপতি ।
বন-বাসে বাস কৰি বৰ দুখ পাইলা হে
সিগুণে এৰিলা নিজ পতি ॥১৯৯॥
সম্পদে সুন্দৰী নাৰী আপদে পলাইলা এৰি
তিৰী জাতি নোহে আপুনাৰ ।
এহি বুলি নাৰায়ণে কান্দিবেক অনুক্ষণে
আমাক কৰিয়া তিৰস্কাৰ ॥২০০॥
এহি জনমক লাগি নৈৰাশা কৰিলো হে
পুত্ৰ নাহি দেখিবো নয়নে ।
মহাশোক কৰি মায়ে অধোমুখ কৰি চায়ে
কবি দুৰ্গাবৰ দাসে ভণে ॥২০১॥

## ৰাগ ভাটিয়ালি ॥

আ কি বিধি হে
কোন ক্ষণে মই জনম লভিলো ।
কৈলো মই মহাপাপ দুগুচে হৃদয়-তাপ
ৰাম স্বামী অনাথ কৰিলো ॥২০২॥
ৰামৰ ভাৰ্য্যাক ধৰি ৰাৱণে নিলেক হৰি
এহি ঘুষিবেক ৰাজ্যে ৰাজ্যে ।

পতিব্ৰতা-ধৰ্ম্ম মোৰ সৱে নষ্ট ভৈলা হে
কেনে প্ৰাণ ধৰোঁ হেন লাজে ॥২০৩॥
লক্ষেকৰ মোল জীৱ দুই লক্ষৰ জাতি হে
তিনি লক্ষ টকাৰ সত্য হুয়া।
হেনয় অমূল্য ধৰ্ম্ম কিমতে ৰাখিবো হে
ৰাক্ষসৰ হাতত পৰিয়া ॥২০৪॥
চন্দ্ৰ-আদিত্যৰ জ্যোতি গগনে উদয় হে
তাৰো ভৈলা কলঙ্ক অখ্যাতি।
যেন তেন প্ৰকাৰে যে শান্তি-পুণ্য ৰাখিবোহো
সঞ্জাত নযাইব ৰঘুপতি ॥২০৫॥
ৰাৱণাৰ ৰথে আই বিলাপ কৰন্তে যাই
শৰীৰ ঢাকিলা দীৰ্ঘ কেশে।
হা হা ৰাম স্বামী বুলি ফুকন্তে কান্দন্তে হে
কবি ভণে দুৰ্গাবৰ দাসে ॥২০৬॥

পদ ॥

ৰাৱণা-ৰথত বসি কান্দি যান্ত মাই।
দিব্য দীৰ্ঘ কেশে যে ঢাকিলা সৰ্ব্ব গায় ॥
দীৰ্ঘ যে নিশ্বাস তেজে স্বামী-শোকে সীতা।
গৰিহাক শুনিবেক জগতৰ পিতা ॥২০৭॥
কৌশল্যা সুমিত্ৰা যে কৈকেয়ী মোৰ আই।
ভৰথ শত্ৰুঘন ৰাম লক্ষ্মণ দুই ভাই ॥

সিসৱে শুনয় যদি গৰিহিত বাণী।
মনকষ্ট পাইবেক অযোধ্যা যত প্ৰাণী ॥২০৮॥
পিতৃৰ মাতৃৰ শ্বশুৰৰ কুল হিত।
তিনিও কুলতে ভৈলা কলঙ্ক বিদিত ॥
চন্দ্ৰ-সূৰ্য্য-বংশ-মধ্যে কুলঘ্নী যে ভৈলো।
কুনাম কৰিলা বিধি কলঙ্কিনী হৈলো ॥২০৯॥
বিধি-দোষে এতমান ভৈলেক আমাৰ।
অল্প বয়সতে মোৰ ভৈলা খিলিঙ্কাৰ ॥
উপজি অনেক দুখ পাইলো চিৰকাল।
প্ৰাণক ছাৰোহো যেবে তেবে মোৰ ভাল ॥২১০॥
স্বামী সঙ্গে সুখ-ভোগ টুটাইলেক মোৰ।
হৰিলা দুজ্জন দুষ্ট দুৰাচাৰ চোৰ ॥
স্বামীক প্ৰবোধ দিবে নাহিকয় কেৱ।
একেশ্বৰে থাকিল প্ৰাণৰ ৰামদেৱ ॥২১১॥
ইদৰে বিলাপ কৰে ৰাম-পাটেশ্বৰী।
দেখি শান্ত বচন বোলয় দশগিৰি ॥
কৰযোৰে দুৰাচাৰে মিনতি সম্ভাষে।
ৰাম নাম স্মৰি ভণে দুৰ্গাবৰ দাসে ॥২১২॥

## ৰাগ বসন্ত ॥

ৰাৱণৰ সান্ত্বনা-বচন

নাকান্দা নাকান্দা সীতা হে, সীতা তেজা অনুৰাগ।
আমাক পাইলা যে কত জনমৰ ভাগ ॥২১৩॥

অৰণ্যত থাকি দুখ হে ভুঞ্জিলা অপাৰ।
বাকল পিন্ধন বৃক্ষ-ফলে যে আহাৰ ॥২১৪॥
যি তোৰ তপস্বী সীতা হে ৰাম যে লক্ষ্মণ।
তাৰা দুইৰ সঙ্গে তোক নকৰে শোভন ॥২১৫॥
তপস্বী তেজিয়া সীতা হে ভজিয়ো আমাক।
সমস্তে ভাণ্ডাৰ-ধন দিবোহো তোমাক ॥২১৬॥
সুন্দৰী যতেক নাৰী হে মুখ্য মন্দোদৰী
তাসবাৰ উপৰে পাতিবো অধিকাৰী ॥২১৭॥
সুমিষ্ট সুগন্ধি অন্ন হে বিশেষ ব্যঞ্জন।
উপভোগ বস্তু তুমি কৰিবা ভোজন ॥২১৮॥
তোমাৰ সমীপ ছাৰি হে কথণো নযাইবো।
যেখণে যি বস্তু খোজা তেখণে মিলাইবো ॥২১৯॥
সুবৰ্ণে ৰচিত গড় হে ৰত্ন-মণিময়।
সুখতে থাকিবা তাত নকৰিবা ভয় ॥২২০॥
বিষম বিৰহ শোক হে তাপ পৰিহৰি।
বদন পখালা সীতা মোৰ বোল ধৰি ॥২২১॥
নকৰিবা শোক সীতা হে বান্ধা কেশ-পাশ।
প্ৰবোধ-বচন বোলে দুৰ্গাবৰ দাস ॥২২২॥

**ৰাগ সুহাই ॥**

সীতাৰ উত্তৰ

নাবোল নাবোল শুনা দশগ্ৰীৱ
তুমি মোৰ জন্ম-দাতা।
স্তন দি তুলিলা মোক মন্দোদৰী মাতা ॥২২৩॥

শুনা তুমি মোহোৰ উত্তৰ।
হস তুমি মোৰ বাপ শুনা দুৰাচাৰ পাপ
জনম লভিলো তোৰ ঘৰ ॥২২৪॥

মোহোক ভিতৰে থৈয়া বাহিৰে গিলিপ দিয়া
ভসাইলি ৰত্নগিৰি-জলে।
কাখৰৰপৰা মোক আচাৰি পেলাইলা হে
প্ৰচণ্ড যে জলৰ হিন্দোলে ॥২২৫॥

আছিলো তহিতে যাই হুয়া অবিদিত-কায়
পৰিয়া আছিলো পঙ্ক-তলে।
যজ্ঞৰ নিমিত্তে ঋষি হালক বাহিলা হে
লৈয়া গৈলা আমাক যে পায়া ॥২২৬॥

শিশু-কাল গৈলা যেবে আছিলো জনক-ঘৰে
পাছে শ্ৰীৰামত দিলা বিয়া
নজানি কৰস দন্দ দিন তোৰ ভৈলা মন্দ
জীউক হৰস বনবাসে ॥২২৭॥

সীতাৰযে বাক্য নিষ্ট শুন ৰে ৰাৱণ দুষ্ট
তোৰ ভৈলা কন্ধৰ বিনাশ।
ৰামৰ চৰণ চাই প্ৰণতি কৰিয়া কই
কবিবৰ দুৰ্গাবৰ দাস ॥২২৮॥

## পদ ॥

জটায়ুৰ লগত ৰাৱণৰ যুদ্ধ

থাকিলন্ত সীতা শোকে অধোমুখ কৰি।
প্ৰাণ-প্ৰভু ৰামচন্দ্ৰ নামক সুমৰি।
সীতাক প্ৰবোধ বোলে বাক্য নিশাচৰ।
পৱন-সদৃশ গতি বিজুলী-সঞ্চাৰ ॥২২৯॥
ৰথৰ শব্দক শুনি বড় অসম্বাদ।
বেগে যে জটায়ু গৈলা কৰিতে বিবাদ ॥
মোহোৰ আগত আজি ভৈলি উপগত।
ৰথ সাৰথিক তেনে কৰিবোহো হত ॥২৩০॥
এহি বুলি পক্ষীৰাজ কৰিলা পয়াণ।
পাখা-ছাট মাৰি বহাইলেক ৰথখান ॥
উৰাও কৰিয়া গৈলা উপৰক লাগি।
পেলাইবেক ৰাৱণাৰ দশমুণ্ড ভাঙ্গি ॥২৩১॥
পুনৰুপি আঙ্কুৰিলা বিংশতি ভুজত।
ডেনাক উল্লাসি কোব দিলন্ত হিয়াত ॥
ৰুধিৰে ভিজিলা দেহা তেনেই ঢাকিলা।
বসন্ত কালত যেন অশোক ফুটিলা ॥২৩২॥
কম্পি কম্পি ৰাৱণা অথিৰ ভৈলা মন।
শৰপাট ধৰিয়া মাৰিলা ততিক্ষণ ॥
হৃদয়ত পৰি শৰপাট তল গৈলা।
সেই চোটে পক্ষীৰাজে যমক দেখিলা ॥২৩৩॥

ভূমিত নামিয়া আছিলেক কতক্ষণ ।
গাৰমোৰা দিয়া পাছে লভিলা চেতন ॥
পক্ষীৰাজে পাখি মেলি ধৰি আঁকোৱালি
ছিণ্ডিলা গাৰৰ মাংস মহাক্রোধ কৰি ॥২৩৪॥
সকল শৰীৰ ভৈলা চালঙ্গি-আকাৰ ।
ৰাৱণাক দিলা গৈয়া দাৰুণ প্ৰহাৰ ॥
ৰথ-ধ্বজ সাৰথিক দিলা পৰাভৱ ।
চূৰ্ণি-হত ৰাৱণা যে মৃতকৰ নয় ॥২৩৫॥
সেহি সময়ত পক্ষীৰাজ মহাবীৰ ।
পাখা মেলি ৰথক ফুৰায়ে চক্ৰাকাৰ ॥
ফুৰি ফুৰি ৰথ কতো বেলি ভৈলা থিৰ ।
লাহে লাহে লঙ্কেশ্বৰে চেতন লভিল ॥২৩৬॥
বাম কৰে পুনু ধেনু ধৰিয়া ৰাৱণ ।
মহাকোপে জটায়ুক কৰিলা সন্ধান ॥
ভূমিত পৰিয়া পক্ষী গুণে অতিশয় ।
বিহতে ঢাকিলা দেহা দেখে তমোময় ॥২৩৭॥
ভয় পাই পক্ষীৰ যে কম্পিল শৰীৰ ।
ৰাৱণাক প্ৰতি পুনু কৰিলা প্ৰহাৰ ॥
পুনৰুপি পক্ষীৰাজে দিলা চণ্ড বায় ।
আকাশ পৰ্য্যন্তে ৰথ ফুৰে ঠাই ঠাই ॥২৩৮॥
পক্ষীৰাজ জটায়ু দাৰুণ ভয় পাই ।
ঠোঁঠ-আগে ৰথখান নিলা উকৰাই ॥

সাৰথি সহিতে ৰথ ধৰি তেতিক্ষণ।
সৱাকো গিলিলা পক্ষী বৈনতা-নন্দন ॥২৩৯॥
জটায়ু গিলিলা ৰথ ৰাৱণে দেখিলা।
মনে ভয় হুয়া দুষ্টে বুলিবাক লৈলা॥
মোহোৰ ৰথত আছে জনক-দুহিতা।
দশৰথ নৃপতিৰ পুত্ৰ-বধূ সীতা ॥২৪০॥
তোহোৰ হৱয় বধূ ৰামৰ ঘৰণী।
তাহাকো গিলস তই জানি কি নাজানি॥
পক্ষী-জাতি কাৰণে এতেক জ্ঞানশূন্য।
ভাল মন্দ নচাহ কৰস পাপ-পুণ্য ॥২৪১॥
হেন শুনি পক্ষীৰাজ সচকিত-মন।
ঠোঁঠ মেলি উগাৰ তুলিলা তেতিক্ষণ॥
ৰাম নাম স্মৰি পক্ষী ভৈল সঙ্কুচিত।
লঙ্কেশ্বৰে ছিদ্ৰ পাইলা সেহি সময়ত ॥২৪২॥
খুৰ-বাণ মাৰি তাৰ শৰীৰ ভেদিলা।
তিনি পাক খাই পক্ষী ভূমিত পৰিলা॥
ভূমিত পৰিয়া পক্ষী ৰাৱে বৰ টানে।
সীতাক সম্মুখি পক্ষী বুলিলা বচনে ॥২৪৩॥
হেৰা চলি যাওঁ মই যমৰ কৰণ।
বাৰ্ত্তাক নপাইলা তযু শ্ৰীৰাম লক্ষ্মণ॥
জটায়ুৰ বাক্য শুনি সঙ্কুচিত সীতা।
নমৰস বাপ তুমি নকৰিবা চিন্তা ॥২৪৪॥

যাৰে নুশুনয় বাৰ্ত্তা শ্ৰীৰাম লক্ষ্মণ।
তাৰে নচলিবা তুমি যমৰ সদন ॥
যিকালে আসয় ৰঘুবংশৰ নন্দন।
সিকালে তাহাক বুলি পাইবা দৰিশন ॥২৪৫॥
আমাৰ বাৰ্ত্তাক যত ৰামত কহিবা।
পাছে প্ৰাণ তেজি তুমি বিষ্ণু লোক পাইবা ॥
সীতাৰ বচন শুনি হাসে লঙ্কেশ্বৰ।
উপালম্ভ-বাক্য পাছে বুলিলা বিস্তৰ ॥২৪৬॥
ৰথ ডাকিলন্ত চাবুকৰ কোব দিলা।
আকাশ মধ্যত যেন তাৰা সঞ্চাৰিলা ॥
সমুদ্ৰৰ মধ্যত প্ৰৱেশ ভৈলা যেৱে।
সম্পাতিৰ তনয় সুপাৰ্শ্ব পাইলা তেৱে ॥২৪৭॥

ৰাৱণ আৰু সুপাৰ্শ্ব

ৰথ ৰাখিবাক যায় গৰুড়ৰ নাতি।
হেন দেখি লঙ্কানাথে কৰয় কাকুতি ॥
কিসক সুপাৰ্শ্ব হেন ৰাখস আমাক।
হাত জোৰ কৰি প্ৰিয় বোলোহো তোমাক ॥২৪৮॥
জ্ঞানে বা অজ্ঞানে কিছো নাহি কৰো মন্দ।
পথ ভেটি কিসক মোহোক কৰা দন্দ ॥
ৰাৱণাৰ বাণী শুনি সুপাৰ্শ্বে বোলয়।
শুন দুৰাচাৰ নিশাচৰ দুৰাশয় ॥২৪৯॥
হৰিয়া আনিলি তই ৰামৰ মৈথিলী।
মাৰিবোহো তোক আজি ৰথে সমে গিলি ॥

জগত-জননী সতী ৰাম যাৰ স্বামী ।
তাঙ্ক হৰি লৈয়া যাস দুষ্ট অধোগামী ॥২৫০॥
কি দোষ কৰিলা তোৰ ৰাঘৱ মুৰাৰি ।
বৰ অযুগুত কৰ্ম্ম সহিতে নাপাৰি ॥
আঠগোট মত্ত হস্তী ঠেঁাঠত কৰিয়া ।
আৰু আঠগোট হস্তী নখত ধৰিয়া ॥২৫১॥
এতেক আধাৰ ধৰি বোলে বাক্য মন্দ ।
কম্পি গৈলা ৰাৱণাযে বুদ্ধি ভৈলা ধন্দ ॥
হেন যেৱে বুলিলন্ত সম্পাতি-নন্দন ।
শুনি চমকিত মনে বুলিলা বচন ॥২৫২॥
যি দোষে হৰিলো মই ৰামৰ ৰমণী ।
তাহাক যে কওঁ পক্ষী শুনাহা আপুনি ॥
তাৰকা বধিলা সুবাহুক বিনাশিলা ।
শূৰ্পনখা ভগিনীৰ নাসিকা কাটিলা ॥২৫৩॥
মাৰুচ বধিলা কৰি শৰৰ সন্ধান ।
খৰ দূষণক আৰু কৰিলা নিৰ্য্যাণ ॥
শ্ৰীৰামে কৰিলা মোৰ এতেক বিপতি ।
সি কাৰণে ক্ৰোধ মোৰ মনে ভৈলা অতি ॥২৫৪॥
ৰথে চৰি গৈলো মই বধিবাক মনে ।
সীতাৰ কাৰণে তাৰ ৰক্ষা হৈল প্ৰাণে ॥
এতেকে তাহাৰ ৰমণীক নেওঁ হৰি ।
এৰিয়োক দন্দ ভায়া কোপ পৰিহৰি ॥২৫৫॥

কাতৰ বচন পাছে বোলে দশগ্ৰীৱ
নহয় তোমাৰ ভাৰ্য্যা পুত্ৰ-বধূ জীৱ ॥
পৰ নাৰী পৰ বধূ পৰ বিতচয় ।
ক্ষেমা কৰিয়োক পক্ষীৰাজ মহাশয় ॥২৫৬॥
কাকূতি-মিনতি ৰাৱণাৰ বাক্য শুনি ।
সদয়-হৃদয় ভৈলা পক্ষী মনে গুণি ॥
যথাতে সম্পাতি আছে পৰ্ব্বত উপৰ ।
তথাকে সুপাৰ্শ্ব পক্ষী চলিলা সত্বৰ ॥২৫৭॥

সম্পাতিৰ ভোজন

ষোলগোট হস্তীক পিতৃৰ আগে দিলা ।
কষ্ট মনে সম্পাতি যে পুত্ৰক বুলিলা ॥
দূৰ কৰা আহাৰক নকৰোঁ ভোজন ।
কিসক বিলম্ব হৈল আজি এতমান ॥ ২৫৮ ॥
প্ৰহৰৰ সাত ঘটি মোহোৰ আহাৰ ।
আজি এত বিলম্বেসে জোগাস আহাৰ ॥
আজি তুমি মোহোক কৰিলা পুত্ৰ হেলা ।
ভুঞ্জিবে নপাইলো মই মহাক্ষুধা-বেলা ॥ ২৫৯ ॥
যি কাৰণে শৰীৰত ভৈলা ক্ষেতচয় ।
সি কাৰণে মোৰ দেখোঁ নাহি পৰাভই ॥
ৰবিৰ যে শৰে ছেদিলেক পক্ষচয় ।
সি কাৰণে পৰ-আশ সম্পাতি কৰয় ॥ ২৬০ ॥
ৰবিৰ কিৰণে যেৱে নোপোৰয় পাখি ।
তেবে কি সম্পাতি হোৱে আহাৰত দুখী ॥

পৰ আশা কৰিয়া থাকয় যিবা জন।
ধিক তাৰ জীৱন যে অসাৰ ভোজন ॥ ২৬১ ॥
অকাৰণে জন্ম মোক দিলা মায়-বাপে।
এহি বুলি সম্পাতি বসিলা মনতাপে ॥
কষ্ট কৰি পক্ষী যেৱে থাকিলা নমাতি।
পক্ষ জোৰ কৰি পাছে সুপার্শ্ব বদতি ॥ ২৬২ ॥
তেজিয়ো বিষাদ পিতা আমাৰ বচনে।
এতেক বিলম্ব মোৰ ভৈলা যি কাৰণে ॥
ৰামৰ ভাৰ্য্যাক হৰি নেই লঙ্কেশ্বৰে।
তাক দেখি ক্ৰোধ ভৈলা মোৰ কলেৱৰে ॥ ২৬৩ ॥
ধৰিবাক মনে গৈলো উৰায়া আকাশে।
বেঢ়িলো তাহাৰ গৈয়া ৰথৰ সঙ্কাশে ॥
দেখি ভয় ভৈলা দশগ্ৰীৱ লঙ্কেশ্বৰ।
অনেক কাকুতি-বাণী বুলিলা বিস্তৰ ॥ ২৬৪ ॥
তাহাৰ বিনয়-নম্ৰ বচন শুনিয়া।
সদয়-হৃদয় ভৈলো আইলো উপেক্ষিয়া ॥
সি কাৰণে বিলম্ব ভৈলেক এহিক্ষণে।
কোপ পৰিহৰি কৰা আহাৰ যতনে ॥ ২৬৫ ॥
আপুন ইছায়ে কিন্তু বিলম্ব নকৈলো।
তোমাৰ ভোজন-কাল সুমৰণ কৈলো ॥
পুত্ৰৰ বচন হেন সম্পাতি শুনিলা।
মনৰ সংশয় যত সকলো খণ্ডিলা ॥২৬৬॥

দুই ঠোঁঠ পক্ষীবৰে প্ৰকাশি বিস্তৰ।
ষোলগোট হস্তীক ভুঞ্জিলা নিৰন্তৰ॥
ভুঞ্জিলা আহাৰসৱ গৰুড়-নন্দন।
লঙ্কাত প্ৰৱেশ ভৈলা দুৰ্জ্জয় ৰাৱণ ॥২৬৭॥

অশোক বনত সীতা

নামিল তহিতে ৰথ ছাৰি মনোজয়।
দশমুখে হৰিষে কৰয় জয় জয়॥
লঙ্কাত প্ৰৱেশ হুয়া অশোকক গৈলা।
ত্ৰিজটা ভগিনী লগে জানকীক থৈলা ॥২৬৮॥
দাস-দাসী-সেৱকিনী দিলেক বিস্তৰ।
প্ৰবন্ধে ৰক্ষক দিলা বহু পৰিচাৰ॥
থাকিলা জানকীদেৱী অশোকাৰ বনে।
মৃগ মাৰি সেৰত প্ৰৱেশ নাৰায়ণে ॥২৬৯॥
সীতাক নেদেখি ভৈলা মনত বিষাদ।
লক্ষ্মণত প্ৰভু ৰামে পোছয় সম্বাদ॥
ব্যাকুল বচনে কথা পোছে নাৰায়ণ।
নাহিকে জানকী ভাই মেৰ উদাসন ॥২৭০॥
কহিয়ো স্বৰূপ কৈক গৈলা প্ৰাণেশ্বৰা।
ভণে দুৰ্গাবৰ ৰাম-পদ শিৰে ধৰি ॥২৭১॥

**ৰাগ মঞ্জুৰি॥**

ৰাম আইল ৰে বনেৰ মৃগ মাৰি
ৰাম আইল ৰে ॥২৭২॥

সীতাক নাপাই ৰামৰ বিলাপ

মৃগ মাৰি নেদেখিয়া সীতা
সীতা সীতা বুলি ডাকে ৰঘুনাথ।
ৰাম আইল ৰে ॥২৭৩॥
লক্ষ্মণক চাই বোলে বাণী।
কি কাৰণে তেজিলা গোসানী॥
ৰঘুনাথ ৰাম আইল ৰে ॥২৭৪॥
যেন বজ্র পৰিলেক মাথে।
ৰেখাৰ বাহিৰে খোজ দেখি ৰঘুনাথে॥
হা হা প্ৰিয়া কোথা গৈলা এৰি।
নিদান কালত দুই ভাই থাকো বেৰি ॥২৭৫॥
ধন জন নকৰোহো সাৰ।
প্ৰিয়া অবিহনে দেখোঁ দিনতে আধাৰ॥
কহে দুৰ্গাবৰে ৰামৰ চৰণে।
প্ৰভু কান্দে মহাশোক ত্ৰাসে ॥২৭৬॥

## ৰাগ বেলোয়াৰ॥

ৰামে লক্ষ্মণক নিন্দা কৰে

সীতাক হৰিলা যেবে ৰাঘৱ আসিলা তেবে হে
আসিলা গোসাঁই মৃগ মাৰি।
কপট কৰিয়া দূৰ পশিলা অন্তেষপুৰ এ
ঘৰে নাহি জনক ঝীয়াৰি ॥২৭৭॥
নেদেখি সীতাৰ মুখ মনত লাগিলা দুখ
লক্ষ্মণত পোছে নাৰায়ণ।

কহিয়ো স্বৰূপ বোল তেজিয়া মোহোৰ কোল এ
গৈলা প্ৰিয়া কাহাৰ সদন ॥২৭৮॥

তোমাক মেঢ়ত থৈয়া হাতত সাৰঙ্গ লৈয়
প্ৰৱেশিলো গহনৰ মাজ।
মায়াবী মৃগৰ তৰে গৈলো মই একেশ্বৰে এ
এথা কোনে কৰিলা অকাজ ॥২৭৯॥

বুলিলো বচন যত সকলে কৰিলি হত
কথাক নলৈলা তোৰ মন।
তোমাৰ নিমিত্তে মোৰ প্ৰিয়াক কৰিলা চোৰ এ
কি অকাজ কৰিলা লক্ষ্মণ ॥২৮০॥

শ্ৰীৰামৰ যে বচন বদতি যে লখমন
অতিশয় সঙ্কোচিত মনে।
নাহি মোৰ কিছো দোষ অকাৰণে কৰা ৰোষ এ
কবি দুৰ্গাবৰ দাসে ভণে ॥২৮১॥

**ৰাগ বৰাৰি।**

লক্ষ্মণৰ স্বৰূপ-কথা-প্ৰকাশ

নাজানো স্বৰূপ দাদা হে
দাদা দোষ নাই মোৰ।
বিবলে সীতাক হৰি নিলা কোন চোৰ ॥২৮২॥
মৃগে যে কাঢ়িলা ৰাৱ তোমাৰ সদৃশ।
শুনিয়া সীতাৰ মনে ভৈলা বিসদৃশ ॥২৮৩॥

প্ৰভুক মাৰয় শুনো কোনো বীৰগণে।
এহি বুলি মোহোক পাঞ্চিলা তেতিক্ষণে ॥২৮৪॥
আৰু যি বুলিলা তাক কহিবাক পাপ।
তাৰ কথা কহো শুনা জগতৰ বাপ ॥২৮৫॥
ৰাম অবিহনে তোৰ মোক হাবিলাস।
হেন বাক্য শুনিয়া মোহোৰ মহাত্ৰাস ॥২৮৬॥
শুনিয়া অন্তৰ ভৈলো হে কুখ্যাতি-বচনে।
অন্তৰিয়া গৈলো মঞি তোমাৰ কাৰণে ॥২৮৭॥
লক্ষ্মণে কহিলা কথা ৰামৰ আগত।
বিষাদ লাগিলা প্ৰভু ৰামৰ মনত ॥২৮৮॥
বিষাদত নয়নৰ নীৰ বহি যাই।
বৈদেহী-হৰণ পদ দুৰ্গাবৰে গাই ॥২৮৯॥

## পদ ॥

ৰামে অৰণ্যত সীতাক বিচাৰে

ভাতৃৰ বচন শুনি থাকিলন্ত বসি।
মেঘত ঢাকিলা যেন পূৰ্ণিমাৰ শশী ॥
লোতকে তিতিল নেত্ৰ মলিন বদন।
সীতা-শোকে আকুল ব্যাকুল নাৰায়ণ ॥২৯০॥
কিবা জীয়া জন্তুক দেখিয়া বিদ্যমান।
ত্ৰাস হৈয়া গৈলা কিবা হঠাতে প্ৰমাণ ॥
আমাক উদ্দেশি সীতা গৈলা স্বৰূপত।
জানোবা আছয় এহি অৰণ্য মাজত ॥২৯১॥

এহি বুলি লক্ষ্মণক কহিলন্ত ৰাম।
ক্ষেণেতেক ভাই তুমি কৰিয়ো বিশ্ৰাম ॥
এতিক্ষণে অৰণ্যত চাহি আহো যাই।
মৃগ ৰক্ষা কৰিয়া থাকিবা তুমি ভাই ॥২৯২॥

ভিতাৰে বাহিৰে অৰণ্যৰ থানে থানে।
কতো দূৰ বিচাৰি আহিবো এহি ক্ষণে ॥
ঠাই ঠাই বিচাৰ কৰিলা দামোদৰ।
বৃক্ষৰ কোটৰ গিৰি পৰ্ব্বত-গভৰ ॥২৯৩॥

লতায়ে বেঢ়িলা যত বৃক্ষ অন্ধকাৰ।
তাকো ৰামদেৱে বিচাৰিলা বাৰে বাৰ ॥
লতা উপৱনচয় নদ নদী-তীৰে।
চাহিলন্ত নানা থানে ৰাম গদাধৰে ॥২৯৪॥

একেশ্বৰে ৰাঘৱ ভ্ৰমন্ত নানা থানে।
আতি উত্ৰাৱল চিত সীতাৰ কাৰণে ॥
অনেক বিচাৰ কৰি উদ্দেশ নপাইলা।
মেঢ় মন্দিৰক লাগি পুনুৰুপি আইলা ॥২৯৫॥

শূন্য মেঢ় দেখি প্ৰভু বিয়াকুল মনে।
হা সীতা বুলি ৰাৱ পাৰে ঘনে ঘনে ॥
চিত্ত থিৰ নহয় সুমৰি প্ৰাণ-প্ৰিয়া।
ভণে দুৰ্গাবৰ ৰাম-চৰণ ভাবিয়া ॥২৯৬॥

## ৰাগ অহিৰ ॥

সীতাৰ ছলনা বুলি ৰামৰ আশঙ্কা

আ কি লখমণ গৈলা সীতা মোক উপেক্ষিয়া।
তৃণত শয়ন মোৰ বল্ক পৰিধান হে
এহি দুখ মনে আলচিয়া ॥২৯৭॥

এৰেসে জানিলো সীতা ৰামৰ সুহৃদ নোহে
এৰি মোক গৈলা কোন ভিতি।
একক লক্ষ্মণ যেন আমিও ভৈলোহো তেন হে
সহজে চঞ্চাল তিৰী-জাতি ॥২৯৮॥

সম্পদে সুন্দৰী নাৰী আপদত গৈলা এৰি
মই তাক জানোহো স্বৰূপে।
জনক-দুহিতা হুয়া স্বামীক তেজিল হে
কেনে জীওঁ এতেক সন্তাপে ॥২৯৯॥

আখুটি কৰিয়া মোক মৃগক পঠাইলা হে
তোমাকো পঠাইলা ক্রোধ কৰি।
মই নজানিলো তান কপট হৃদয় হে
বনে দুখ সহিতে নপাৰি ॥৩০০॥

সুবৰ্ণৰ মৃগ মাৰি যতনে আনিলো হে
ৰত্ন জেউতি জলয় পিঠিতে।
ৰূপাৰ চৰণ চাৰু শোভন কৰয় হে
হেন মৃগ দিবো কাৰ হাতে ॥৩০১॥

হাতৰ গাণ্ডীৱ ৰামে আছাৰি পেলাইলা হে
ঘনে ছাৰে দীর্ঘ যে নিশ্বাস।
শ্রীৰাম চৰণ যুগ প্রণতি কৰিয়া কহে
কবি ভণে দুর্গাবৰ দাস ॥৩০২॥

**ৰাগ ছালনী ॥**

সীতাৰ দুখ ভাবি ৰামৰ বিষাদ

শুন শুন প্রাণ লক্ষ্মণ ৰে ভাই
কাক লৈয়া বঞ্চিবোহো বনে।
প্রাণৰ কামিনী সীতা হৰুৱাইলো
অমৃতে নলৰে মোৰ মনে ॥৩০৩॥
এখানে আছিলো ৰমণী সহিতে
খেলাই পাশাৰ সাৰি।
কোন মন্দ ক্ষণে মই পাপ কৰিলো
হৰাইলো কুলৰ নাৰী ॥৩০৪॥
মনুষ্য-সঞ্চাৰ নাহি দণ্ডকাত
অন্য নানা পশু পক্ষী।
ইহাৰ মধ্যত কোনে হৰি নিলে
একেশ্বৰী সীতা দেখি ॥৩০৫॥
মেৰ যে মন্দিৰ নলাগে গম্ভীৰ
নুশুনি সীতাৰ ৰাৱ।
পাশা-গুটিগণ আছয় সকলে
প্রিয়া গৈলা কোন ঠাৱ ॥৩০৬॥

পৰ্ব্বতে পৰ্ব্বতে চাহিলো সমস্তে
ঋষি তপ কৰে যথা।
নদী সৰোবৰ গিৰিযে গভৰ
বিচাৰি নপাইলো সীতা ॥৩০৭॥
আতি অল্প জ্ঞান বালক সমান
নোহয় চতুৰা নাৰী।
অভিনৱ বালা আতি আলা-ভোলা
অবাল ৰাজকুমাৰী ॥৩০৮॥
অন্ধকাৰময় নাহি পৰিচয়
নজানু দিশ-বিদিশ।
হেন গহনত গৈলা কেনমত
ভৈলা আতি বিসদৃশ ॥৩০৯॥
লক্ষ্মণ-বদন চাহি ঘনে ঘন
কাৰুণ্য কৰে শ্ৰীৰাম।
বোলে দুৰ্গাবৰে ৰামৰ কিঙ্কৰে
লেছাৰি আতি উপাম ॥৩১০॥

পদ ॥

কান্দন্তে কান্দন্তে ৰাম অচেতন ভৈলা।
ধৰণী উপৰে পৰি মূৰ্চ্ছাগত হৈলা ॥
ক্ষণে মূৰ্চ্ছা যায় ক্ষণে চেতন লভয়।
চঞ্চল-চৰিত্ৰ ৰাম বাতুল-পৰায় ॥৩১১॥

উঠে বৈসে গুণে শত সহস্ৰেক বাৰ।
অসন্তোষ মনত কৰয় হাহাকাৰ॥
মেৰ মন্দিৰত বসি গুণন্ত শ্ৰীৰাম।
পতি বচনতে মাত্ৰ সীতা সীতা নাম॥৩১২॥

কোনে জগাইবে মোক মধুৰ বচনে।
কাক তুলি দিবো মই চুম্বন আলিঙ্গনে॥
কাৰ সঙ্গে ৰঙ্গে নিতে থাকিবো কৌতুকে।
অনাথিতি কৰি প্ৰিয়া এৰিলিহি মোকে॥৩১৩॥

আৰ কাক চাহিয়া থাকিবো অনুক্ষণে।
কাৰ অলঙ্কাৰ মই পিন্ধিবো আপুনে॥
কোনে আস হৈবে মো[illegible] ল[illegible] সৈতাৰি।
কাক লৈয়া যাইবো মই অযোধ্যানগৰী॥৩১৪॥

প্ৰথম-যুৰনা বিৰহুৰা অঙ্গ-মন।
জাতিত পতিত হুয়া তেজে জনু থান॥
মোক ছাৰি থাকিবি কাহাৰ আজ্ঞা লয়া।
হা হা বিধি জন্ম দিলা ইহাকে লাগিয়া॥৩১৫॥

কাক ভাল দেখিল কোনেবা নিলে সীতা।
প্ৰাণৰ সুহৃদ সুচৰিতা গুণান্বিতা॥
কহিত আছয় কোন দিবেক উদ্দেশ।
ভণে দুৰ্গাবৰে ৰাম-চৰণে বিশেষ॥৩১৬॥

## ৰাগ অহিৰ ॥

আকি লখমণ

মোৰ প্ৰিয়া কে দিব দেখায়া।

সীতাক নেদেখি মোৰ অথন্তৰ ভৈলা ঘোৰ

ঘনে ঘনে পোৰে মোৰ হিয়া ॥৩১৭॥

তুনাই সীতাক মই লাগ নপাইলে ভাই

মৰিবো গৰল বিষ খায়া।

কৈক যাইবো কোনে কৈব কৈতে বা উদ্দিশ পাইবো

কোনে প্ৰিয়াক দিব বা দেখায়া ॥৩১৮॥

যথাতে উদ্দিশ পাইবো তথাতে চলিয়া যাইবো

যথা আছে জনক-জীয়াৰী।

যদি বা মনৰ দুখে ক্ৰোধে বাহিৰাইলা হে

আপুনি আনিবো কাউ কৰি ॥৩১৯॥

চৰিত্ৰ চঞ্চাল তাৰ প্ৰথম যৌৱন-ভাৰ

জ্বলে যেন চম্পক-জুৰতি।

বদন সৰস সম নেত্ৰ দুই মনোৰম

দশন মুকুতা-সম পাস্তি ॥৩২০॥

চিকিমিকি কৰে পাৰু বলিত বৰ্ত্তুল উৰু

বচন কোকিল সম ভাসে।

তিনিও ভুৱন ৰূপে মুহিবাক পাৰে হে

ডম্বৰুক জিনি মধ্য দেহে ॥৩২১॥

চিত্ৰৰ পুতলী সম সাক্ষাতে লক্ষ্মীৰ থান
লয়নু-ললিত মধ্যদেহ।
পৰম সুথিৰ গতি কুঞ্জৰ জিনিলা হে
শৰীৰৰ ছায়া যেন নাহ ॥৩২২॥
ধনুক ভাঙ্গিয়া লক্ষ নৃপতিক জিনিলোহো
সীতাক বিহাইলো বাহু-বলে।
পৰশুৰামক জিনি অযোধ্যাক গৈলো হে
বনবাস কৈকেয়ীৰ বোলে ॥৩২৩॥
অভিষেক কৰিতেসে ৰাজ্য হৰুৱাইলো হে
ভাৰ্য্যা হৰুৱাইলো বনবাসী।
কতেক ললাটে দুখ বিধিয়ে বিহিলা হে
কিনো ভৈলা মোৰ মন্দ ৰাশি ॥৩২৪॥
আৰুনো কাহাৰ সঙ্গে থাকিবো কৌতুক-ৰঙ্গে
বিধি কৈলা জীৱন নৈৰাশে।
কাহাত পুছিবো মই উদ্দেশ নপাওঁ হে
দশ লোক নাই আগে-পাছে ॥৩২৫॥
সীতায়ে অমূল্য ধন সীতায়ে মোৰ ভূষণ
সীতা সৰ্ব্ব অমূল্য ভাণ্ডাৰ।
সীতা অবিহনে ভাই জীৱন বিফল হে
সীতা তিনি কুলৰ উদ্ধাৰ ॥৩২৬॥
যদিবা মোহোৰ তাপে ক্ৰোধে বাহিৰাইলা হে
তথাপি আনিবো প্ৰাণ-প্ৰিয়া ।

অন্ন বেঞ্জনক আৰ একোকে নখাইবো হে
থাকিবোহো লগতে শুতিয়া ॥৩২৭॥
নেদেখিবো অযোধ্যাক মনত সুমৰো তাপ
দেখিলেসে বাঢ়য় বেদন।
এহি বুলি নাৰায়ণ কান্দিলন্ত সৰ্ব্বক্ষণ
কহে প্ৰভু কৰিয়া কাৰুণ্য ॥৩২৮॥
ধৰণীত পৰি ৰাম সমূলে থাকিলা হে
প্ৰিয়া-শোক সহিতে নাপাৰি।
সৰস্বতী পৰসনে দুৰ্গাবৰ দাসে ভণে
সীতা-শোকে আকুল মুৰাৰি ॥৩২৯॥

## ৰাগ ধনশ্ৰী।

কুবুদ্ধীয়া লাগিয়া বৈলো কি কৰে জীৱন।
শুনি নিন্দা কৰিবেক অযোধ্যাৰ জন ॥৩৩০॥
কি লাজে দেশক যাইবো হে ভৈল মন্দ ৰাশি।
হৰাইলো কামিনী-ৰত্ন আমাৰ বৈদেহী ॥৩৩১॥
চক্ষুযে আছন্তে অন্ধ হে নেদেখো নয়নে।
জীৱন্তে মৃতক ভৈলো প্ৰাণ প্ৰিয়া বিনে ॥৩৩২॥
ৰাম হেন ক্ষেত্ৰি হুয়া হে হৰুৱাইলো নাৰী।
প্ৰিয়াৰ বিযোগে মোৰ প্ৰাণ যাই ছাৰি ॥৩৩৩॥
হাতৰ ৰতন মোৰ হে কোনে নিলে ছলি।
আপুন দোষে হৰুৱাইলো চিত্ৰৰ-পুতলী ॥৩৩৪॥

শৰীৰৰ কান্তি যেন হে আন্ধাৰৰ বাতি।
বিনা প্ৰদীপত জ্বলে শৰীৰৰ জ্যোতি ॥৩৩৫॥
মৃণালৰ ডাল যেন হে হালয় কঙ্কালে
সাক্ষাতে দেখিয়া যেন ৰাজহংস চলে ॥৩৩৬॥
সীতা অবিহনে আৰ হে থাকিবাৰ কোন ফল।
লৈয়ো ধনু-শৰ বাপ আগ হুয়া চল ॥৩৩৭॥
এহি বুলি পাছে মেৰ হে মন্দিৰক ছাৰি।
সীতাৰ উদ্দেশে ৰামে কাটিলন্ত ভৰি ॥৩৩৮॥
দেখো অন্ধকাৰ।
প্ৰাণত অধিক প্ৰিয়া হৰাইলা আমাৰ ॥৩৩৮ ক॥
শুনা বাপ লক্ষ্মণ হে মই বোলো ঝাণ্ট কৰি।
কাটা মোৰ শিৰগোট হাতে খড়্গ ধৰি ॥৩৩৮ খ॥
হৰি হৰি কৈক গৈলি হে জনক-জীয়াই।
হাতত বিধাতা মোক হৰাইলি দেখাই ॥৩৩৮ গ॥

## পদ

সীতাৰ অনুসন্ধান; ৰামৰ ভ্ৰম

কোটৰ গভৰ গিৰি গুহা যে কন্দৰ।
নদী যে আৰৰ কূপ দীঘি সৰোবৰ॥
বন উপবনচয় সকলো চাহিলা।
সীতাক নপায়া দীৰ্ঘ নিশ্বাস ছাৰিলা ॥ ৩৩৯ ॥
অসন্তোষে থাকিলন্ত বৃক্ষ-তলে বসি।
শিশিৰে ঢাকিলা যেন পূৰ্ণিমাৰ শশী ॥

লক্ষ্মণক বোলে ভায়া বসিয়ো ছায়াত।
ৰৌদ্ৰ-ৰশ্মি লাগে ভায়া তোহোৰ গাৱত॥ ৩৪৩ ॥

চৈত্ৰ বৈশাগৰ যে বিষম ৰৌদ্ৰ-জাল।
বৃক্ষৰ ছায়াত ভায়া জিৰায়ো সকাল॥
তোৰ দুখ দেখিয়া নসহে কলেৱৰ।
শুনিয়োক ভায়া সুমিত্ৰাৰ সুকুমাৰ॥ ৩৪১ ॥

লক্ষ্মণ বদন্তি দদা নজানো উপায়।
নিশান্ত কিসৰ আছে ৰবিৰ উদয়॥
শিশিৰ প্ৰকাশে ভৈলা প্ৰকাশ যে জ্যোতি।
ৰাত্ৰিক বোলয় দিন কিনো ৰঘুপতি॥ ৩৪২ ॥

সীতা-শোকে তোমাৰ যে হৰাইলন্ত জ্ঞান।
নিশাক কৰয় ৰবি-ৰশ্মিৰ সমান॥
নুহি ৰৌদ্ৰ হেৰা দেখা পূৰ্ণিমাৰ শশী।
গ্ৰহগণ হেৰা আছে আকাশ প্ৰকাশি॥ ৩৪৩ ॥

লক্ষ্মণৰ মুখে শুনি এতেক ৰচন।
অধোমুখ হুয়া আছিলেক কতোক্ষণ॥
ৰাত্ৰি হেন ভাবি ৰাম বৃক্ষ-তলে বসি।
সীতা সীতা বুলি ৰাম থাকিলা উপেক্ষি॥ ৩৪৪ ॥

হা হা শশীমুখা বুলি তেজিলা নিশ্বাস।
ৰামৰ চৰণে ভণে দুৰ্গাবৰ দাস॥ ৩৪৫ ॥

## ৰাগ সুহাই ॥

ভায়া ৰে ভাই লক্ষ্মণ ৰে ভাই
কি লৈ বঞ্চিবো ঘৰে ।
ইহান সমান সীতাক দেখিলো
আতিশয় শোক চৰে ॥ ৩৪৬ ॥

ৰূপে বিদ্যাধৰী গুণৰ সাগৰী এ
কোথাত থাকিল যাইয়া ।
কৰিয়া নিঠুৰ গৈলা বহু দূৰ
আমাক এথানে থৈয়া ॥ ৩৪৭ ॥

অমৃত—সুৰস বাণী মনোহৰ এ
শুনিতে ৰঞ্জয় মন ।
কাঢ়ি নিলে জীউ জনকৰ জীউ এ
হানিয়া অগনি বাণ ॥ ৩৪৮ ॥

হাতৰ ৰতন হৈয়া অচেতন
আপুন দোষে হৰুৱাইলো ।
চিত্ৰৰ পুতলী তনু জুগাৱলী এ
কাহাক ভালে ভোগাইলো ॥ ৩৪৯ ॥

দশনৰ পান্তি আন্ধাৰৰ বস্তি
বিনা প্ৰদীপত জ্বলে ।
দেৱাঙ্গৰ ডাল হালয় কঙ্কাল এ
ৰাজহংস যেন চলে ॥ ৩৫০ ॥

চিচন চামৰ গুঞ্জৰে ভ্ৰমৰ
মালতী নিন্দে সুঘ্ৰাণ।
সদায়ে বসন্ত কৰে উনমদ এ
দেখিয়া দিব্য লোচন ॥ ৩৫১ ॥
বোলে ৰঘুবংশ হৰাইলা সবংশ
আমাক কৈলি নিৰাশে।
ভণে দুৰ্গাবৰ দাস ভূমিত পৰিয়া পাছে
কান্দে ৰামচন্দ্ৰ মহাত্ৰাসে ॥ ৩৫২ ॥

পদ

শশীমুখী বুলিয়া যে কান্দন্ত ৰাঘৱ।
হা হা কৈক গৈলি মোৰ ৰমণী বান্ধৱ ॥
পাত পাত কৰি মই কৰিলো বিচাৰ।
কহিতো নপাইলো কোনো মনুষ্য-সঞ্চাৰ ॥ ৩৫৩ ॥
আপুনি উদ্দিশ কৰি নপাইলো সীতাক।
কোননো বৰ্ব্বৰে অৱৰোধিলা আমাক ॥
কোনে নিলে কৈত পাইবো আমাৰ ৰমণী ॥
এহি বুলি শোক এৰিলা চক্ৰপাণি ॥ ৩৫৪ ॥
আসন ছাৰিয়া পুনৰুপি চলি গৈলা।
অৰণ্যৰ মাজে চকোৰাক লাগ পাইলা ॥
নিজ নাৰী সহিতে ৰজনী-প্ৰভাত-কালে।
ভুঞ্জয় চকোৰা মৎস্য শামুক সকলে ॥ ৩৫৫ ॥

অৰণ্যত চকোৰাৰ পৰিহাস

চকোৱাৰ সমীপ চাপিলা হৃষীকেশ।
ধীৰে ধীৰে পোছয় বচন-উপদেশ॥
আকুলে ফুৰোহো আমি কয়ো এক বাৰ্ত্তা।
যাইতে দেখিলি কি তই জনক-দুহিতা॥ ৩৫৬॥

একেশ্বৰে গৈলা কিবা অনেকে সহিতে।
পূব বা পছিম কিবা দখিণ দিশতে॥
বায়ব্য বা অগ্নি কোণ যে নৈঋত।
কোন পথে গৈলা সীতা কহা স্বৰূপত॥ ৩৫৭॥

চকোৱা বদতি শুনা ৰাম দেৱৰাজ॥
যে বোল পুছিলা কহিবাক লাগে লাজ॥
দুয়ো বীৰ সমৰ্থ গাণ্ডীৱ ধনু হাতে।
ক্ষেত্রি হুয়া ভাৰ্য্যা হেৰুৱাইলি কেনমতে॥ ৩৫৮॥

আমি পক্ষী-জাতি কিছো নজানো উপায়।
নাহি শৰীৰত কিছো বল সমুদায়॥
অস্ত্র-শস্ত্র নাজানো নাহিকে ভাই তুল।
তথাপি ৰাখোহো ভাৰ্য্যা উপায়ৰ বল॥ ৩৫৯॥

লগত সঙ্গতি আছে কনিষ্ঠ সোদৰ।
দুভাই সঙ্গতি তুমি নোহা একেশ্বৰ॥
হেনতো সীতাক হৰি লৈয়া গেল আনে।
আমি হন্তে ইটো লাজে নিজীওঁ পৰাণে॥ ৩৬০॥

চকোৰাৰ ওপৰত ৰামৰ অভিশাপ

বৰ বিপৰীত চকোৰাৰ পটন্তৰ।
শুনিয়া সিধান্ত দিলা ৰাম গদাধৰ॥
বাৰ্ত্তা পুছিবাক মই আইলো তয়ু পাশে।
হেনয় নিন্দিত বাক্য বোলা উপহাসে॥৩৬১॥
এহি বুলি ৰামদেৱ মনে বৰ তাপ।
চকোৱাক দিলন্ত প্ৰচণ্ড বড় শাপ॥
দিৱসত একত্ৰে থাকিবি ছুই চৰে।
ৰাত্ৰি হৈলে বাসা কৰ ইপাৰে সিপাৰে॥৩৬২॥
বাৰ বৰিষণ আৰু মেঘৰ সংযোগ।
বাৰ বৰিষত তোৰ মিলিব সম্ভোগ॥
চন্দ্ৰ দিবাকৰ লাগি চকোৱাৰ শাপ।
অনন্তৰে অন্তৰিলা জগতৰ বাপ॥৩৬৩॥
চকোৱাক শাপ দিলা ৰাঘৱ মুৰাৰি।
বুলিবে লাগিলা চকোৱাৰ নিজ নাৰী॥
অকাৰ্য্যে ভাঙিলি বাৰ্ত্তা জানি সুমঙ্গল।
ভণে ছুৰ্গাবৰে ৰাম-চৰণ-কমল॥৩৬৪॥

## ৰাগ ৰামগিৰি॥

চাকৈৰ অনুশোচ

চকৱানী বোলে শুন ৰে চকোৱা হে
কিসতেবা কি কাম কৰিলি।
দেখি সুলক্ষণী জনক-নন্দিনী
ৰামক কেন ভাণ্ডিলি॥৩৬৫॥

ভাল মন্দ তঞ্জি একো নজানস
মৰস মনৰ গৰ্ব্বে।
শাপ গুৰুতৰ দিলা ৰঘুবৰ
কিমতে তাক এৰাইবি ॥৩৬৬॥

মোহোৰ বচন শুনা এতিক্ষণ
সত্বৰে চলিয়া যায়ো।
সাতাৰ সম্বাদ কহিয়ো ৰামত
শাপৰ মুকুতি পাঞো ॥৩৬৭॥

ভাৰ্য্যাৰ বচন শুনিয়া চকৰা
চলিলা ৰামৰ পাশে।
সৰস্বতী-পদ শিৰত ধৰিয়া
ভণে দুৰ্গাবৰ দাসে ॥৩৬৮॥

**ৰাগ অহিৰ ॥**

চকোৱাৰ বিফল মিনতি

আ কি প্ৰভু ৰাম, কহোঁ মই স্বৰূপ কাহিনী।
আমি আছো দোষ কৰি তোমাক ভাগিলো হে
পাপৰ উদ্ধাৰা চক্ৰপাণি ॥৩৬৯॥

শাপ দিয়া ৰাম যাই বাৰে পক্ষী চেঞাই
ৰহা বাপ বিশ্ৰাম কৰিয়া।
শুনিয়ো সীতাৰ কথা বাপ জগতৰ ধাতা
কহো শুনা সাৱধান হুয়া ॥৩৭০॥

চন্দ্ৰ দিৱাকৰ লাগি আমাক শাপিলা হে
বহি গৈলা পাষাণৰ ৰেখা।
আমি ছাৰী পক্ষী-জাতি আতি জ্ঞান-শূন্য-মতি
আমাক পালন কৰি ৰাখা ॥৩৭১॥
চকৰা বুলিলা যত সিদ্ধান্ত নেদিলা তাত
চলি গৈলা পাছক নাচায়া।
সৰস্বতী-পৰসনে কবি দুৰ্গাবৰ ভণে
গৈলা পক্ষী সিদ্ধান্ত নাপায়া ॥৩৭২॥

পদ ॥

ৰামে বৃক্ষক বাৰ্ত্তা সোধে

লক্ষ্মণে সহিতে প্ৰভু চলে ধীৰে ধীৰে।
দুখে তাপে দুই নয়নৰ নীৰ পড়ে॥
ভ্ৰমন্তে ভ্ৰমন্তে গৈলা গিৰি-তৰুতল।
ভ্ৰমৰ গুঞ্জৰে শুনে মনত বিকল ॥৩৭৩॥
চলিছে কেৱল মুখে লৈ সীতা-নাম।
পোছে প্ৰিয়া বুলিয়া বৃক্ষত শ্ৰীৰাম॥
দশৰথ-সুত ৰাম জানা মোৰ নাম।
হাতত ধনুক দেখা সুবৰ্ণৰ কাম ॥৩৭৪॥
মোহোৰ সুন্দৰী শশীমুখী দীৰ্ঘ-কেশী।
দাড়িম্ব-সদৃশ যেন দশন প্ৰকাশি॥
হা হা শশীমুখীক নিলেক কোনে হৰি।
যাইতে নেদেখিলা কি মোৰ জনক-ঝীয়াৰী ॥৩৭৫॥

কহা কথা সাৰ যে স্বৰূপ বৃক্ষচয় ।
সীতাৰ সন্তাপে মোৰ হৃদি নসহয় ॥
সীতাৰ বাৰ্ত্তাক ৰামে বৃক্ষত পুছিলা ।
বাৰ্ত্তাক নাপাই ৰামে নিশ্বাস তেজিলা ॥৩৭৬॥
সীতাৰ সন্তাপে লোহ বহয় নয়নে ।
ভণে দুৰ্গাবৰ প্ৰভু ৰামৰ চৰণে ॥৩৭৭॥

## ৰাগ অহিন্দ্ৰ ॥

ৰামৰ বিষাদ

আ কি লখমণ
নহে বুধি সীতাক নাপায়া ।
নয়নৰ লোহে মোৰ পন্থক নেদেখো হে
সন্তাপে পোৰয় সৰ্ব্ব কায়া ॥৩৭৮॥
চকোৱা ভৎ´সিলা মোক তাক পাসৰিলো হে
গৈলো মই বৃক্ষ-তল লাগি ।
বৃক্ষত পুছিলো পাছে উদ্দিশ নাপালো হে
প্ৰিয়া হৰুৱাইলো মৃগ লাগি ॥৩৭৯॥
চিত্ত যে নহয় থিৰ ব্যাকুল শৰীৰ হে
হৰুৱাইলো জ্ঞান সুচৰিত ।
অন্ধকাৰ ৰাত্ৰি পাই ভ্ৰমিবাৰ নাই ঠাই
শৰীৰতো নাহি একো তত্ত্ব ॥৩৮০॥
আগত চলিয়ো তুমি পাছত চলিবো আমি
দুৰ্গম সঙ্কট ঘোৰ বনে ।

সৰস্বতী-চৰণত কবি শিৰ অৱনত
কবিবৰ দুৰ্গাবৰে ভণে ॥৩৮১॥

পদ ॥

বগলী চৰাইৰ মুখত সীতাৰ সম্বাদ

দুখ মনে লক্ষ্মণ যে গৈলা আগুৱাই ।
পাছত চলয় ৰাম কৌশল্যা-তনয় ॥
কতো বেলি অৰণ্যক এৰি দুই জন ।
বগুলা পক্ষীক পাছে পাইলা দৰিশন ॥৩৮২॥
ৰামে বোলে লক্ষ্মণ দেখিয়ো কেন নয় ।
পক্ষী-জাতি দেখা এই জলত ভ্ৰময় ॥
পৰম ধাৰ্ম্মিক বক প্ৰাণী-হিংসা-ডৰে ।
লহু লহু পদ কৰি জলৰ উপৰে ॥৩৮৩॥
এহি পক্ষীবৰত পুছিবে যোগ্য হয় ।
যত কথা জানে এহি কহিবে নিশ্চয় ॥
ধাৰ্ম্মিক বৈষ্ণৱ শান্ত-স্বভাৱ সৰল ।
এহিতো আমাক নভাণ্ডিবে একোকাল ॥৩৮৪॥
লক্ষ্মণ বদতি দাদা শুনিয়ো বচন ।
কহো মই শুনা তেবে বকৰ লক্ষ্মণ ॥
মস্যক চোপয় কতো ধৰি ধৰি খান্ত ।
নপাইলে মস্যক পাছে ধাৰ্ম্মিক বোলান্ত ॥৩৮৫॥
স্বভাৱতে পক্ষী-জাতি অতি অগিয়ান ।
অধৰ্ম্মত ৰতি বৰ হিংসাৰ নিদান ॥

নজানে অধৰ্ম্ম ধৰ্ম্ম পূৰ্ব্বাপৰ-জ্ঞান।
হেন ছাৰ বকত পুছিবে নাই মন ॥৩৮৬॥
এহিমতে চকোৱাত পুছিলা আপুনি।
বুলিলা যতেক শুনিলাহা নিন্দা-বাণী ॥
আপদ-সম্পদ বৃক্ষ পন্থত দেখিলা।
সীতাৰ সম্পদ বাৰ্ত্তা তাহাত পুছিলা ॥৩৮৭॥
যাতে তাতে বাৰ্ত্তা দাদা নুপুছিবা দেখি।
তাহাতে পুছিবা তুমি শুদ্ধমত লেখি ॥
অল্পমতি অল্পজ্ঞান দেখা যিটোজন।
তাহাত নোপোছা কথা আমাৰ বচন ॥৩৮৮॥
শ্ৰীৰাম বদতি বাপু শুনিয়ো বচন।
বকত পুছিলে বাৰ্ত্তা পাম এতিক্ষণ ॥
হেন শুনি লক্ষ্মণে বকক দিলা মাত।
সীতাৰ সম্পদ বাৰ্ত্তা কহিয়ো আমাত ॥৩৮৯॥
লক্ষ্মণৰ বাক্য শুনি তেখণে আসিলা।
শ্ৰীৰামক বকে যাই প্ৰণাম কৰিলা ॥
বকক সম্মুখি পাছে শ্ৰীৰামে পুছিলা।
ইটো পন্থে যাইতেনিকি সীতাক দেখিলা ॥৩৯০॥
ৰামক বোলন্ত প্ৰভু কিছো বাৰ্ত্তা পাওঁ।
জলত ফুৰোহো মই মস্য ধৰি খাওঁ ॥
দেখিলোহো ছায়া-মায়া জলৰ তলত।
কন্যা এক লই যাই ৰথ-ওপৰত ॥৩৯১॥

কৈৰ কন্যা কোনে নেই নির্ণয় নাপাওঁ ।
তল-মুণ্ড কৰি প্ৰভু মস্থ ধৰি খাওঁ ॥
বকৰ মুখৰ কথা শুনি ৰঘুমণি ।
মোহোৰ সীতাক আবে হৰিলেক কুনি ॥৩৯৩॥
জানিলো অৰণ্যে হৰিলেক দেৱগণ ।
এহি বুলি ক্রুদ্ধ ভৈলা কমল-লোচন ॥
বুলিলন্ত ক্রোধে অগ্নি-সম দুই আখি ।
চন্দ্র সূৰ্য্য বায়ু বহ্নি সৱে হৈবা সাখী ॥৩৯৪॥
দেৱ সিদ্ধ সাধ্য গন্ধৰ্ব্বক বোলে বাণী।
সৱে ভালে জীবা যেৱে সীতা দিয়া আনি ॥
তিনিও লোকৰ যেৱে সাধিবোহো ভাল ।
কোনে সীতা নিলে দেখাই দিয়াহা সকাল ॥৩৯৫॥
বাহ্য অভ্যন্তৰক দেখয় দেৱগণ ।
কোনে সীতা নিলে বেহো নোবোলে বচন ॥
হেৰা মোৰ দোষ নাই সৱে আছা চাই ।
সীতাৰ সন্তাপে হেৰা প্ৰাণ মোৰ যাই ॥৩৯৬॥
হেৰা অগ্নি-শৰ মাৰোঁ স্বৰ্গ চূৰ কৰোঁ ।
প্ৰহাৰি পাতাল পোৰোঁ দেৱকো সংহাৰো ॥
নাগ নষ্ট কৰোঁ যক্ষ ৰক্ষ সৱ মাৰোঁ ।
উলটাওঁ পৃথ্বী মেৰু মন্দৰ বিদাৰোঁ ॥৩৯৭॥
সীতাক উদ্ধাৰোঁ দৈত্য দানৱ নিবাৰোঁ ।
ৰাম-নাম কীৰ্ত্তি থওঁ পাতক সংহাৰোঁ ॥

মোৰ ভাৰ্য্যা হৰি সুখে জীৱে কেন কৰি ।
উদয়াস্ত গিৰিমানে পেলাইবো বিদাৰি ॥৩৯৮॥
তিনিও জগত জুৰি ব্ৰহ্ম-অস্ত্ৰ মাৰি ।
দহিবো নিৰ্য্যাণ কৰি সৱে মান সাৰি ॥
শুনিয়ো লক্ষ্মণ বাপ হেলা হুযুৰাই ।
শীতল পানীক ভাই কেহো নডৰাই ॥৩৯৯॥
শনিৰ শুনিয়া নাম সমস্তে ডৰাই ।
চন্দ্ৰে পাইলে তাক কিছু ভয় নকৰয় ॥
এহি বুলি প্ৰভু ধনু কৰিলা টঙ্কাৰ ।
লৰিল ব্ৰহ্মাণ্ড প্ৰজা ভৈলা চমৎকাৰ ॥৪০৩॥
ঊৰ্দ্ধক সমুখে ৰামে জুৰিলেক শৰ ।
হাতত ধৰিলা যাই লক্ষ্মণ কুমৰ ॥
সম্বুধি বোলন্ত দাদা তেজিয়ো কুকৰ্ম্ম ।
জগতক বিনাশিবা ইটো কোন কৰ্ম্ম ॥৪০১॥
কোনে সীতা হৰিলেক নিৰ্ণয় নাজানি ।
জগতকে বিনাশিবা ব্ৰহ্ম-অস্ত্ৰ হানি ॥
অজিজ্ঞাসি ক্ৰোধ কেনে কৰাহা আপুনি ।
তুমি বিনাশিলে তাক ৰাখিবেক কুনি ॥৪০২॥
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি ।
তুমি সংহৰিলে প্ৰভু কি কৰিতে পাৰি ॥
পূৰ্ব্বত আপুনি প্ৰভু স্ৰজিলা জগত ।
নতু কাল হস্তে কেনে কৰিবাহা হত ॥৪০৩॥

পালিবাক বৈষ্ণৱক ভৈলা অৱতাৰ।
দুৰ্জ্জনক বাছি বাছি কৰিবা সংহাৰ॥
এহি তযু যশ শুনি তবে নৰলোক।
সীতাৰ শক্ৰুক মাৰা কীৰ্ত্তি ৰহিয়োক ॥৪০৪॥
শীতল স্বভাৱ ধৰা উগ্ৰ ৰূপ এৰা।
শৰক সম্বৰা প্ৰভু লোক ৰক্ষা কৰা॥
ইটো কোপে আপুনাৰ যশ নষ্ট হয়।
যদিবা ঈশ্বৰ তুমি তভো যোগ্য নয় ॥৪০৫॥
লক্ষ্মণৰ বোলে ৰাম শৰ সম্বৰিলা।
উগ্ৰ ৰূপ এৰি প্ৰভু শান্তমূৰ্ত্তি ভৈলা॥
পুনু দুই ভাই সীতা বিচাৰয় বনে।
কবি দুৰ্গাবৰ ভণে ৰামৰ চৰণে ॥৪০৬॥

## ৰাগ ৰামগিৰি॥

জটায়ুৰে ৰাম-লক্ষ্মণৰ দেখা-দেখি

সীতাৰ কাৰণে ৰাম বিচাৰে বনে হে
পুনু দুই ভাই গৈলা।
সীতাক বিচাৰি ফুৰয় দৈত্যাৰি
অৰণ্য মাজে পশিলা ॥৪০৭॥
কতো দূৰ লাগি গৈলা বন ভাঙ্গি
ৰথ এক দেখা পাইলা।
ভাঙ্গা ৰথখান দেখি বিস্তমান
কোনে আনি ঐত থৈলা ॥৪০৮॥

ৰামে বুলিলন্ত লক্ষ্মণে শুনন্ত
কিনো ইটো বিপৰীত ।
ৰথ-ধ্বজ ভাঙ্গি বন মাঝ লাগি
পৰি আছে ধৰণীত ॥৪০৯॥

সমীপক যাই চাইলা দুই ভাই
কৰিলন্ত পাছে থিৰ ।
সীতাৰ নিদানে ভৈলা ঘোৰ ৰণে
যুঝিলন্ত কোন বীৰ ॥৪১০॥

এহি বুলি ৰাম লগত লক্ষ্মণ
ফুৰিলন্ত বনে বন ।
কতো দূৰ যাই জটায়ুক পাই
দেখিলন্ত বিদ্যমান ॥৪১১॥

দেখিলা পক্ষীৰ ৰক্ত কলেৱৰ
তনু অতি থুলন্তৰ ।
শীঘ্রে বন চাপি জগতৰ বাপে
জুৰিলেক এক শৰ ॥৪১২॥

লক্ষ্মণক চাই বোলে ৰঘুৰাই
শুনিয়ো প্রাণ-লখাই ।
এহি পক্ষী খাইলা নিশ্চয় জানিলো
সীতা একেশ্বৰে পাই ॥৪১৩॥

মায়াবী ৰাক্ষস ফুৰে দশো দিশ
খাইলে মোৰ প্ৰাণেশ্বৰী ।
আমাক খাইবেক জানিলো প্ৰত্যেক
আছে পক্ষী-ৰূপ ধৰি ॥৪১৪॥

গৰ্ভত পশিলা উশাস গুচিলা
সীতা জনকৰ জীউ ।
গৃধৰ ঠোঁঠৰ পশিল ভিতৰ
তোৰ তৈতে গৈলা জীউ ॥৪১৫॥

মোক মহাস্নেহে লখাইক পঠাইলা
গৃধৰ হৈলিহি ভক্ষি ।
ওৰে ৰে পাপিষ্ঠ শুন পখী নিষ্ঠ
তোক মাৰোঁ অৰে পক্ষী ॥৪১৬॥

খাইলি মোৰ ভাৰ্য্যা পাপী পক্ষীৰাজ
বিজুটিয়া মাৰো ধৰি ।
এহি বুলি ৰাম প্ৰভু পূণ্যকাম
ধনু এক শৰ জুৰি ॥৪১৭॥

ৰাম-শৰ দেখি কম্পমান পক্ষী
ভয়ত ভৈলা তৰাস ।
ৰামৰ চৰণ সেৰি অনুক্ষণ
ভণে দুৰ্গাবৰ দাস ॥৪১৮॥

## ৰাগ অহিৰ ॥

জটায়ুৰ মুখত সীতাৰ বৃত্তান্ত

আ কি ত্ৰাহি ৰাম
চৰণত কৰোহোঁ প্ৰণাম ॥৪১৯॥
ত্ৰাহি ত্ৰাহি ৰাম বুলি কৰি হাত কৃতাঞ্জলি
বৰ ভাগ্যে ৰহিছে পৰাণ।
জটায়ুযে মোৰ নাম শুনিয়োক প্ৰভু ৰাম
আমি ভৈলো গৰুড়-নন্দন ॥৪২০॥
তোমাৰ ভাৰ্য্যাক হৰি দশগ্ৰীৱে চোৰ কৰি
ৰথে তুলি যাই লঙ্কা পোন।
দেখি তাক ধাই গৈলো পাখা-চাটে কম্পাইলো
বৰ চোটে দুইৰো ভৈলা ৰণ ॥৪২১॥
সৰ্ব্বাঙ্গ বিদাৰ কৈলো কিৰীটিক ভাঙ্গি থৈলো
ৰথক ভাঙ্গিলো ধৰি ঠোঁটে।
বৰ চোটে দশগ্ৰীৱ দেখিলেক তমোময়
মূৰ্চ্ছা যাই পৰিলা ৰথতে ॥৪২২॥
মুহূৰ্ত্তেক মানে উঠি মোক চাইলা ক্ৰোধ-দৃষ্টি
কৰিলেক মোহোক অন্যায়।
অগ্নিবাণ মাৰি মোৰ পাখা পুৰি কৈলা চূৰ
পৰিলোহো মই মূৰ্চ্ছা যাই ॥৪২৩॥
বৰ দিলা সীতা আই পৰি থাকা এহি ঠাই
এহি বাৰ্ত্তা কহিবা ৰামত ।

বাণে সাধিবেক কাজ শুনিয়োক পক্ষীৰাজ
থাকিবিহি অক্ষয় স্বৰ্গত ॥৪২৪॥
এহি বুলি সীতা আই কান্দি কান্দি মোক চাই
কৈ গৈলা ৰাৱণাই হৰিলা।
তাৰ আধখান ৰথ দেখিয়োক ৰঘুনাথ
বনৰ মাজত পৰি ৰৈলা ॥৪২৫॥
মোৰ হৃদি-কম্প ভৈলা পাপিষ্ঠে হৰিয়া নৈলা
সাধিবে নৰিলো তযু কাজ।
কহিলোহো এহি বাৰ্ত্তা ৰাৱণে নিলেক সীতা
শুনিয়োক আৰে ৰঘুৰাজ ॥৪২৬॥
এৰে মন ভৈলা সিদ্ধি মিলাইলেক আনি বিধি
শৰণ দিয়োক ৰঘুনাথ।
ধন্য মোৰ ই জীৱন তযু কাৰ্য্যে গৈলা প্ৰাণ
চৰণে নমিছে মোৰ মাথ ॥৪২৭॥
মৃত্যু-কালে পাইলো লাগ মোৰ ভৈলা বৰ ভাগ
প্ৰাণক এৰিবো তযু কাছে।
ৰাম-নাম হৃদি জপি মন স্থিৰ কৰি পক্ষী
ৰাম লক্ষ্মণেও চাই আছে ॥৪২৮॥
দেখে পক্ষী এৰে প্ৰাণ দুই ভায়ে দুখমন
তুলি আলিঙ্গিলা দুয়োজনে।
ৰামৰ চৰণ সেৱি ৰচিলে ই গীত ছবি
দুৰ্গাবৰ মহাভক্তি মনে ॥৪২৯॥

**ৰাগ বসন্ত ॥**

জটায়ুৰ মৃত্যুত ৰাম-লক্ষ্মণৰ শোক

শোকতে বিকল ৰাম হে
লক্ষ্মণ দুই ভাই ।
জটায়ুৰ গলে ধৰিলন্ত দুয়ো যাই ॥৪৩০॥
ভকতৰ দুখ দেখি হে নসহে শৰীৰ ।
দুই ভায়ে কান্দন্তে নেত্ৰৰ বহে নীৰ ॥৪৩১॥
পিতৃৰ পৰম মিত্ৰ হে তুমি পক্ষীৰাজ ।
হৰি হৰি বিধি কিনো কৰিলা অকাজ ॥৪৩২॥
আজিসে মৰিলা যেন হে ৰাজা দশৰথ ।
সিটো শোকে অগ্নিত পিম্পলি ভৈলা পথ ॥৪৩৩॥
হা হা মৰিলোহো শোকে হে ছুটে প্ৰাণ-বায়ু ।
মোৰ অৰ্থে যুদ্ধ কৰি মৰিল জটায়ু ॥৪৩৪॥
সম্বুধি বোলন্ত বাপ হে কহা নিষ্ট কৰি ।
কহিৰ কাৰণে মোৰ সীতা নিলে হৰি ॥৪৩৫॥
কোন থানে থাকে তাৰ হে কতেক কটক ।
কোন বংশে উপজিলা পাপিষ্ঠ লটক ॥৪৩৬॥
মাৰিয়া পঠাইবো তাক হে যমৰ কটক ।
জীয়াইবো তোমাক মহাভকত চটক ॥৪৩৭॥
জটায়ু বোলন্ত হেন হে নুবুলিবা মোক ।
যেবে দয়া আছে তেবে নকৰিবা শোক ॥৪৩৮॥
হৌক গতি তোমাকযে হে চাহি এৰো প্ৰাণ ।
দহিয়া শৰীৰ দিয়া পিণ্ড-জল-দান ॥৪৩৯॥

আত পৰে ভাগ্য কোন হে আছয় আমাৰ ।
তোমাৰ প্ৰসাদে পাইবো সংসাৰৰ পাৰ ॥৪৪০॥
নিজ কৰ্ম্মে হওঁ প্ৰভু হে যেহি যেহি গতি ।
সেহি সেহি জন্মে হৌক তোমাত ভকতি ॥৪৪১॥
বৈষ্ণৱৰ সঙ্গতেসে হে ৰহোক সৰ্ব্বথা ।
মুখে তযু যশ গাইবো কৰ্ণে তযু কথা ॥৪৪২॥
শুনিয়োক প্ৰভু তুমি হে চিন্তি নহৰাইবা ।
জানিলো নিশ্চয় তুমি জানকাক পাইবা ॥৪৪৩॥
ৰাক্ষসক সংহৰিবা হে দেৱক পালিবা ।
জগত পালিবা পুণ্য যশ প্ৰকাশিবা ॥৪৪৪॥
সীতাক পৰাক্ষা তুমি হে কৰিবা আপুনে ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণে ॥৪৪৫॥

পদ ॥

ৰাৱণৰ সংবাদ দি জটায়ুৰ মৃত্যু

পুছিলা ৰাৱণা সিটো পুলস্ত্যৰ নাতি ।
বিশ্বেশ্ৰৱা-বীৰ্য্যে নিকষাত উতপতি ॥
তেজে বলে বীৰ্য্যে কাৰ্য্যে বিপুল শকতি ।
কুবেৰৰ ভাই হয় ৰাক্ষসৰ পতি ॥৪৪৬॥
সমুদ্ৰৰ মাজে পুৰী হে নাম তাৰ লঙ্কা ।
তাতে থাকে ত্ৰিভুৱনে কাকো নাই শঙ্কা ॥
সীতাৰেসে ৰবে মই আছো প্ৰাণ ৰাখি ।
কান্দিয়া গোসানী বুলিলন্ত মোক দেখি ॥৪৪৭॥

ৰামত যাৱত বাৰ্ত্তা নজনাবা তুমি।
দিলো বৰ যাৱদেকে নাহে মোৰ স্বামী ॥
এহি কহি পক্ষী চখু মুজিলা ইঠাই।
সাক্ষাতে দেখিলা ৰাম লক্ষ্মণ দুভাই ॥৪৪৮॥
চক্ষু থিৰ কৰিয়া ভূমিত দিয়া ঠোট।
ঢলিয়া পৰিল থুলন্তৰ দেহা গোট ॥
প্ৰাণ ছাৰি যান্তে মুখখন মেলা দিলা।
ঘাৰগোট পালটাই ভূমিত পৰিলা ॥৪৪৯॥
খানিতেক মান তনু আছিলেক কম্পি।
মৰিল কাশ্যপ-নাতি ৰাম ৰাম জপি ॥
দেৱে যাক নপাৱন্ত পাইলা হেন গতি।
দেখি ৰাম লক্ষ্মণ বিস্ময় ভৈলা অতি ॥৪৫০॥
পাছে দুই ভাই চিতাখান পাতিলন্ত।
তাতে তুলি জটায়ূৰ দেহাক দিলন্ত ॥
দুই ভাই স্নান কৰি দিলা জলাঞ্জলি।
ৰঙ্গ মাছ দিলা চটকৰ কাক-বলি ॥৪৫১॥
সৰ্ব্ব কাৰ্য্য সমাধিলা পাছে দুই ভাই।
বনত ভ্ৰমন্ত সীতা গোসানীক চাই ॥

**কবন্ধ ৰাক্ষস বধ**

অনন্তৰে পাইলন্ত কবন্ধ নিশাচৰ।
মুণ্ড নাই গাৰি গোট আতি থুলন্তৰ ॥৪৫২॥
ৰাম লক্ষ্মণক দুইকো ধৰিলেক বলে।
গিলিবাক চায় দুষ্ট আতি কুতূহলে ॥

শ্ৰীৰামে বোলন্ত লখাই মৰিলো আৰেসে ।
দুই ভাইক ধৰি হেৰা গিলয় ৰাক্ষসে ॥৪৫৩॥
কৈকেয়ী মায়ৰ সাফলিলা মনোৰথ ।
অকণ্টকে ৰাজ্য ভোগ কৰোক ভৰথ ॥
ধিক ধিক আমাৰ বাৰত্ব সমুদাই ।
সীতাক হৰাই বনে মৰোঁ দুই ভাই ॥৪৫৪॥
লক্ষ্মণে বোলন্ত নুহি অনুশোচ-বেলা ।
দুৰ্ঘোৰ আপদ ভৈলা নকৰিবা হেলা ॥
শীঘ্ৰ কৰি দৃঢ় মুষ্টি খড়্গ ধৰিয়োক ।
মুণ্ড নাই ইহাৰ বাহুক ছেদিয়োক ॥৪৫৫॥
কবন্ধে বোলয় হোৱা তুমি কোনজন ।
কোন দুই মহাবীৰ জানিলো এখণ ॥
বজ্ৰসম হস্তে মই আন্টিলোহো চাপি ।
কিনো বীৰ তোৰা দুই ৰহিলা তথাপি ॥৪৫৬॥
মোৰ সিদ্ধি বিধি কিবা মিলাইলেক আনি ।
যাৱে নতু গিলোঁ কহা স্বৰূপ কাহিনী ॥
কবন্ধৰ বচনত কম্পিলেক কায় ।
দুইখান খড়্গ ধৰিলন্ত দুয়ো ভাই ॥৪৫৭॥
বাহুৰ মূলত তাৰ বেগে ঘাৱ দিলা ।
ভয়ঙ্কৰ দুই বাহু খসিয়া পৰিলা ॥
বাহু ছিঙ্গা গৈলা ৰঙ্গ মিলিলা তাহাৰ ।
ৰাম লক্ষ্মণক চাই বোলে পুনৰ্ব্বাৰ ॥৪৫৮॥

কহিয়ো কহিৰ তুয়ো ধৰা কিবা নাম।
জানো ত্ৰিভুৱনে নাই তোমাৰ উপাম॥
বদতি লক্ষ্মণ শুনা নিশাচৰ কাজ।
আমাৰ জনক দশৰথ মহাৰাজ॥৪৫৯॥
সপত্নী মাতৃৰ বোলে বনক পঠাইলা।
আমাৰ সন্তাপে পিতৃ প্ৰাণক তেজিলা॥
এহেন্তে শ্ৰীৰাম জানা পিতৃৰ ভকত।
ইহান ঘৰুণী সীতা হৰাইলা বনত॥৪৬০॥
তাহাঙ্কে খোজন্তে আমি ফুৰো বনে বন।
তই কোন জন হস কহা এহিক্ষণ॥
বোলন্ত কবন্ধে কিনো আনন্দ আমাৰ।
পুৰুষ-উদ্ধাৰ ৰাম ভৈলা অৱতাৰ॥৪৬১॥
পূৰ্ব্বত আছিলো মই গন্ধৰ্ব্ব শোভন।
ৰাক্ষস-স্বৰূপ হই গৈলো তপোৱন॥
ঋষিসৱ ধৰি খাইলো ভৈলা মহাপাপ।
সিকাৰণে পালো এক ভয়ানক শাপ॥৪৬২॥
আন ঋষিসৱ মিলি বুলিলেক তয়।
বিকৃত ৰাক্ষস হৱি শাপিলো নিশ্চয়॥
পাছে প্ৰণমিয়া মই কৰিলো কাতৰ।
শাপ-সীমা কৰি পাছে দিলা মোক বৰ॥৪৬৩॥
যৈসানি ঈশ্বৰ ৰাম ৰূপে অৱতৰি।
তোৰ বাহু ছেদিবাহা হাতে খড়্গ ধৰি॥

তৈসানি আপুন ৰূপ ধৰি বিতোপন ।
হৰি মুক্ত বুলি চলি গৈলা নিজ থান ॥৪৬৪॥
তেতিক্ষণে দন্দু নামে ৰাক্ষসেক ভৈলো ।
আৰাধিয়া চিৰকাল ব্ৰহ্মাক চিন্তিলো ॥
চিৰকালে জীবাৰ ব্ৰহ্মায়ে দিলা বৰ ।
এহি গৰ্ব্বে ইন্দ্ৰক যুজিলো একেশ্বৰ ॥৪৬৫॥
ক্ৰোধে ইন্দ্ৰ কৰিলেক যুদ্ধক প্ৰবন্ধ ।
বজ্ৰ হানি শৰীৰত বসাইলেক কন্ধ ॥
এতেকেসে মোৰ শিৰ নাই ওপৰত ।
শৰীৰত পশিয়াছে বজ্ৰৰ ঘাৱত ॥৪৬৬॥
ইন্দ্ৰেসে থৈলন্ত কবন্ধক মোৰ নাম ।
ব্ৰহ্মাৰ বৰত মোৰ নপৰিল প্ৰাণ ॥
স্তুতি কৰি বুলিলোহো শুনা দেৱৰাই ।
মুখ নাই দিয়া মোক জীবাৰ উপায় ॥৪৬৭॥
শুনি হেন ইন্দ্ৰৰ পলাইলা মন-দুখ ।
দিব্য দুই বাহু দিলা হৃদয়ত মুখ ॥
পন্থত থাকোহো প্ৰহৰেক হাত মেলি ।
পশু পক্ষী মনুষ্য সমাকো খাওঁ গিলি ॥৪৬৮॥
তোমাৰ প্ৰসাদে প্ৰভু পাওঁ নিজ থান ।
ভাল কৰি পোৰা মোক হৌক দিব্য জ্ঞান ॥
শুনি ৰামে লক্ষ্মণক বুলিলা বচন ।
ভণে কবি দুৰ্গাবৰ হুই ভক্তি-মন ॥৪৬৯॥

## ৰাগ শ্ৰীগান্ধাৰ ॥

কবন্ধৰ গন্ধৰ্ব্ব-ৰূপ-লাভ

শুন শুন ভাই প্ৰাণৰ লখাই এ
জাণ্টে দিয়া চিতা পাতি।
ভকত-বাঞ্ছিত সাধিয়ো ত্বৰিত এ
জাণ্টে আনা কাষ্ঠ কাটি ॥৪৭০॥

কৃপাময় ৰাম পূৰি মন-কাম
আজ্ঞা দিলা লক্ষ্মণক।
শুনিয়া লখাই তেতিক্ষণে যাই এ
চিতাখান পাতিলেক ॥৪৭১॥

গাঁত খান্দি চিতা পাতিলন্ত তথা
কবন্ধক তাতে তুলি।
জগত-ঈশ্বৰ দেৱ গদাধৰ এ
দিলন্ত অগনি জ্বালি ॥৪৭২॥

কীৰ্ত্তিক থাপিলা যশ প্ৰকাশিলা
অগ্নিয়ে ভস্ম কৰিলা।
কবন্ধ গুচিলা দেৱ-মূৰ্ত্তি ভৈলা এ
গন্ধৰ্ব্ব-থানে চলিলা ॥৪৭৩॥

স্বৰ্গ হন্তে যান দেৱৰ বিমান
তাহাতে গৈই চৰিলা।
স্বৰ্গ-সুখ লই আনন্দে চলই এ
দেৱ সঙ্গে সঙ্গ লৈলা ॥৪৭৪॥

আনন্দে গন্ধৰ্ব্ব কৰে মহোৎসৱ
সুখে গাই ৰাম-গীত ।
ৰামে দেখিলন্ত লক্ষ্মণে সহিত এ
ৰঙ্গ ভৈলা দুইৰো চিত ॥৪৭৫॥
লক্ষ্মণক চাই মাতে ৰঘুৰাই
চল যাঞো দুই বন ।
জ্যেষ্ঠৰ বচন শুনিয়া লক্ষ্মণ এ
পশিলন্ত দুই জন ॥৪৭৬॥
ৰামৰ চৰিত্ৰ শুনন্তে অমৃত
মনত হুয়ো সন্তোষ ।
ৰামৰ চৰণ সেৱি অনুক্ষণ এ
ভণে দুৰ্গাবৰ দাস ॥৪৭৭॥

পদ ॥

কবন্ধ গন্ধৰ্ব্বৰ পৰামৰ্শ

কবন্ধ গন্ধৰ্ব্বে বোলে শুনা ৰঘুৰাই ।
সীতাৰ উদ্দেশ কহো শুনা দুই ভাই ॥
পূৰ্ব্বৰ দিশক লাগি চলা ৰঘুবৰ ।
কতো দূৰে দেখিবাহা পম্পা সৰোবৰ ॥৪৭৮॥
ঋষ্যমূখ পৰ্ব্বতৰ সমীপৰ কাষে ।
পাঞ্চজন দেৱ যে বানৰ ৰূপে আছে ॥
সুগ্ৰীৱ যে নল নীল বীৰ হনুমন্ত ।
ভালুকৰ অধিপতি বৃদ্ধ জাম্বুৱন্ত ॥৪৭৯॥

সুগ্ৰীৱৰ ভাই আছে তাৰ নাম বালি।
কনিষ্ঠক দেশ হন্তে খেদাইলা নিকালি॥
পাঞ্চজন বানৰক ৰাজ্য খেদি পাচে।
কনিষ্ঠৰ ভাৰ্য্যা বলে কাঢ়ি লই আছে॥৪৮০॥
বৰ ভাইত যুদ্ধ হাৰি আছে পৰ্ব্বতত।
তেহে সমে সত্বৰে কৰিয়ো মিত্ৰৱত॥
ৰাৱণাক বধা পশি লঙ্কাৰ ভিতৰ।
তযু পুণ্য-ৰূপ কীৰ্ত্তি হওক বিস্তাৰ॥৪৮১॥
এহি বুলি গন্ধৰ্ব্ব আকাশে চলি গৈলা।
জয় ৰাম নাম সুখে মুখে গান গাইলা॥

পম্পা সৰোবৰৰ তীৰৰ শৰ্ব্বৰীৰে দেখা

পাছে ৰাম লক্ষ্মণ চলিলা দুই বীৰ।
পম্পা নামে সৰোবৰ পাইলা তাৰ তীৰ॥৪৮২॥
বহল নিৰ্ম্মল জল ফটিক সাক্ষাত।
হংস চক্ৰৱাক সৱে ক্ৰীড়ে পৰি তাত॥
ফুটিছে কমল ফুল গন্ধে বহু দূৰ।
চিত্ৰ-বিচিত্ৰ যে তাত দেখি মন জুৰ॥৪৮৩॥
তাহাৰ তীৰত এক আছন্ত শৰ্ব্বৰী।
পৰম পৱিত্ৰ সিদ্ধ বৃদ্ধ হন্ত নাৰী॥
ৰামক দেখিয়া প্ৰণামিলা দণ্ডৱতে।
পাছে পৰিচয় ভৈলা শ্ৰীৰাম সহিতে॥৪৮৪॥
অনেক বিচিত্ৰ কথা ৰামে সমে কৈলা।
মানুষী গুচিয়া তাই বিদ্যাধৰী ভৈলা॥

স্বৰ্গ হন্তে আইলা এক দিব্য যে বিমান।
পাছে প্ৰণমিলা তাই শ্ৰীৰাম-চৰণ ॥৪৮৫॥

চৰণৰ ধূলি লৈলা কৰি বহু মান।
বিমানত চৰি গৈলা অম্ৰাৱতী থান ॥
ধৰি দিব্য ৰূপ তাই স্বৰ্গে চলি যাই।
হৰিষে থাকিলা চাই ৰঙ্গে দুয়ো ভাই ॥৪৮৬॥

পাছে প্ৰভু চলি গৈলা পম্পা সৰোৱৰে।
চতুঃপাৰ্শ্বে আছে পুষ্প ফুটি জাতিস্কাৰে ॥
অশোক বকুল বেল কুন্দ নাগেশ্বৰ।
কদম্ব কেতেকী চম্পা মালতী মন্দাৰ ॥৪৮৭॥

যূতি যে মালতী-গুটি পুষ্প মনোহৰ।
আনন্দে প্ৰচুৰ আমোদিত গন্ধে তাৰ ॥
সূৰ্য্যৰ কিৰণ সম জ্বলে পুষ্পবাটী।
স্থলপদ্ম প্ৰকাশয় ঘোষে দিন ৰাতি ॥৪৮৮॥

বনৰ দেখিয়া জ্যোতি ৰাম তুষ্ট ভৈলা।
ফুৰি ফুৰি চাহি ৰাম বিয়ামোহ হৈলা
লক্ষ্মণে বোলন্ত প্ৰভু থিৰ কৰা মন।
আপুনি ঈশ্বৰ হুই হৰাইলা জ্ঞান ॥৪৮৯॥

কবন্ধে কহিলা বাৰ্ত্তা আসন্তে পথত।
পুষ্প-গন্ধে বিয়ামোহ ভৈলা কেন মত ॥

লক্ষ্মণৰ বাক্যে ৰামে পাইলন্ত সুমৰি ।
দুই ভাই চলি গৈলা ঋষ্যমুখ গিৰি ॥৪৯০॥
ঋষ্যমুখে দেখিলা বানৰ পঞ্চজনে ।
ৰামৰ চৰণ সেৱি দুৰ্গাবৰ ভণে ॥৪৯১॥

অৰণ্যকাণ্ডে সীতা-হৰণ সমাপ্ত ।

# কিষ্কিন্ধ্যাকাণ্ড

## ৰাগ অহিৰ।

ঋষ্যমুখ গিৰিত ৰাম-লক্ষ্মণক দেখি পঞ্চ-বানৰৰ ভয়

আ কি হনুমান
বড় ভয় লাগে মোৰ মনে ॥৪৯২॥

সুগ্ৰীৱে বোলন্ত শুন বায়ু-সুত হনুমান
কৈৰবা মনুষ্য আসে তুই।
জানো বালি দাদা অতি স্বভাৱতে ক্ৰুদ্ধমতি
এন্তে জানো বালি-দূত তুই ॥৪৯৩॥

কাৰ্য্যক লক্ষিলো বৰ ভয় আৰে লাগে মোৰ
শীঘ্ৰে পশো গিৰিৰ গভৰ।
সুগ্ৰীৱৰ বাণী শুনি চাৰিজনে অনুমানি
পশিলেক পৰ্ব্বত-গভৰ ॥৪৯৪॥

পয়োভৰে কম্পে খিতি টলবল বসুমতী
পৰ্ব্বত লৰয় পয়োভৰে।
শৰীৰৰ বায় লাগি বৃক্ষ শিলা পৰে ভাগি
কলবৰ ভৈলন্ত সাগৰে ॥৪৯৫॥

সিংহ বাঘ পলায়য় ভয়ে অতি কম্পে গায়
ডৰে সৱে পশিলন্ত বন ।
পাঞ্চজন পলাই যাই গভৰত লৈলা ঠাই
তৈতে কৰে পাঞ্চে আলোচন ॥৪৯৬॥
সুগ্রীৱে বোলন্ত শুনা বায়ু-সুত বাক্য হুয়া
জিজ্ঞাসিয়া তান বুজা চিত্ত ।
ব্রাহ্মণৰ বেশ ধৰি শীঘ্রে তুমি যায়ো লৰি
জানো কিম্বা নোহে বালি-দূত ॥৪৯৭॥
আমাৰ কপালে কিবা দুইজন কোন দেৱ
জিজ্ঞাসিবা ভাল কৰি মন ।
দুর্গাবৰ দাস কবি পদ বিৰচিলা ছবি
প্রণমিলা ৰামৰ চৰণ ॥৪৯৮॥

## ৰাগ মালচি ॥

ৰাম লক্ষ্মণৰ কাষত ব্রাহ্মণ-ৰূপে হনুমান

সুগ্রীৱে বোলন্ত হনু হে মোৰ হেন মন ।
জিজ্ঞাসিলে জানিবাহা দেৱ দুই জন ॥
জিজ্ঞাসা কৰিয়ো গই তান আগে যাই ।
যদি কোন দেৱ হয় আনা মোৰ ঠাই ॥৪৯৯॥
ৰাজাৰ পাইয়া আজ্ঞা হে হনুমন্ত বীৰে ।
ব্রাহ্মণৰ বেশ ধৰি চলে ধীৰে ধীৰে ॥
তেতিক্ষণে গৈলা হনু হে মনত হৰিষে ।
ৰাম লক্ষ্মণত গৈয়া ব্রাহ্মণৰ বেশে ॥৫০০॥

কৰজোৰ কৰি হে মাতিলন্ত হনুমান।
কৈৰ তুই মনুষ্য ফুৰাহা কি কাৰণ॥
সৰ্ব্বাঙ্গে সুন্দৰ একো হে গুণে নোহে হীন।
কিবা কোন দেৱ কিবা নৃপতিৰ চিন॥৫০১॥
কাহাৰ কুমাৰ কোন হে কাৰ্য্যত ফুৰাহা।
কিবা হেতু তুই জন পৰ্ব্বতে চৰাহা॥
কি কাৰণে মুখ তুইৰো হে দেখোযে মলিন।
হাতে আছে ধনুৰ্ব্বাণ ক্ষেত্ৰিয়ৰ চিন॥৫০২॥
স্বৰূপ কহিবা তোৰা হে নাভাণ্ডিবা মোক।
কবি দুৰ্গাবৰে ভণে ৰামৰ সেৱক॥৫০৩॥

## ৰাগ ৰামগিৰি॥

লক্ষ্মণৰ আত্মবৰ্ণনা

লক্ষ্মণে বোলন্ত শুনা হে ব্ৰাহ্মণ হে
আমাৰ শুনা কথাক।
সূৰ্য্য-বংশে জাত ৰাজা দশৰথ এ
আমাৰ হন্ত জনক॥৫০৪॥
মহা পৰাক্ৰমী ঘোৰতৰ শ্ৰমী
জানে সৱ দেৱগণ।
তেওঁৰ যে মাদই নামত কৈকেয়ী এ
ৰাজাৰ প্ৰাণ-সমান॥৫০৫॥
আদি-বিবাহিতা কোশল-দুহিতা
কৌশল্যা যাহাৰ নাম।

তাহান গৰ্ভত উতপতি ভৈলা এ
এহেস্তেযে শ্ৰীৰাম ॥৫০৬॥
আমাৰযে নাম থৈলন্ত লক্ষ্মণ
আৰু ভাই শত্ৰুঘন।
সুমিত্ৰাৰ গৰ্ভে উতপতি ভৈলো এ
গৰ্ভে ভৈলো উতপন ॥৫০৭॥
শ্ৰেষ্ঠ যে ভাইত ভৈলোহো ভকত
কিছু নাহি ভিন্ন পৰ।
জানিবাহা মোক বিপ্ৰ শুনিয়োক এ
ৰামৰ মই কিঙ্কৰ ॥৫০৮॥
কৈকেয়ী যে নাম ৰূপে অনুপাম
সম নোহে বিদ্যাধৰী।
বৃদ্ধ নৃপতিৰ স্নেহৰ শৰীৰ এ
অতি প্ৰিয়া পাটেশ্বৰী ॥৫০৯॥
কৰিয়া কপট ৰাজাৰ আগত
তান কুমাৰক লাগি।
সত্য কৰাইলা ৰাজাক মোহিলা এ
ৰাজ্যখান লৈলা মাগি ॥৫১০॥
ৰামে নাপাইলেক পিতৃৰ ৰাজ্যক
কৰিলা বিধি কপটে।
ৰামৰ বিৰহে পিতৃ এৰে দেহ এ
কৈকেয়ীৰ ডৰ চাটে ॥৫১১॥

জনেক-ঝীয়াৰী    ৰামৰ সুন্দৰী
ৰাঘৱৰ বিবাহিতা।
বনত বাৱণে    চুপি মনে মনে এ
হৰিয়া নিলেক সীতা ॥৫১২॥
ফুৰো দুই ভাই    একো থানে নাই
জানোবা পাওঁ বিচাৰি।
সীতাক যে চাই    ফুৰয় দুই ভাই এ
হাতে ধনু শৰ ধৰি ॥৫১৩॥
সীতাক খোজন্তে    বন মাজ হন্তে
ফুৰোহো আতি প্ৰবন্ধে।
সুগ্ৰীৱৰ ঠাই    চলা দুই ভাই এ
বাৰ্ত্তাক কৈলা কবন্ধে ॥৫১৪॥
হনুমন্তে শুনি    মনত যে গুণি
আনন্দ কৰিয়া মন।
দুৰ্গাবৰে ভণে    শুনা সৰ্ব্ব জনে এ
ভজিয়ো ৰাম-চৰণ ॥৫১৫॥

পদ ॥

সুগ্ৰীৱৰ লগত ৰামৰ মিত্ৰতা

শুনি হনুমন্ত ধৰি আপোনাৰ বেশ।
দুই ভাইক প্ৰদক্ষিণ কৰিলা অশেষ ॥
ভালে শুনি আছো প্ৰভু দেৱৰ কাহিনী।
সুগ্ৰীৱৰ দৈৱ-বিধি মিলাইলেক আনি ॥৫১৬॥

সুগ্ৰীৱৰ দূত মোক বোলে হনুমন্ত।
জানিলোহো নৃপতিৰ দুখ ভৈলা অন্ত॥
ইথানক লাগি প্ৰভু আপুনি আসিলা।
বানৰ কুলৰ ঘোৰ দুৰ্গতি খণ্ডিলা॥৫১৭॥
এহি বুলি হনুমন্তে দুই ভাইক লই।
তেতিক্ষণে সুগ্ৰীৱত ভেণ্টাইলন্ত গই॥
দেখিয়া সুগ্ৰীৱ আতি উল্লাসিত হৈলা।
হনুমন্তে দুহান্তৰ কাহিনী কহিলা॥৫১৮॥
ক্ষেত্ৰিয়ৰ কুলে জন্ম শ্ৰীৰাম লক্ষ্মণ।
দুই ভায়ে লৈবে চাৱে তোমাত শৰণ॥
ৰামৰ সপত্নী মাতৃ আছন্ত কৈকেয়ী।
দশৰথ ৰাজাৰ বল্লভা আতিশয়॥৫১৯॥
উলঙ্ঘন নকৰিয়া তাহান বচন।
দুই ভাই সীতা সমে পঠাইলন্ত বন॥
বিধিৰ কপটে ৰামে ৰাজ্যক নপাইলা।
দণ্ডকাত আসি সীতাক ৰাৱণে হৰিলা॥৫২০॥
দুৰ্গতি খণ্ডিলা বিধি ভৈলা সুপ্ৰসন্ন।
ত্ৰৈলোক্য-বিজয় ৰামে মাগয় শৰণ॥
হনুমান-বচনত খণ্ডিলন্ত ভয়।
তমোময় গুচি ভৈলা আদিত্য-উদয়॥৫২১॥
অগনিত ঘৃত যেন ঢালিলা অপাৰ।
আঠ গুণ তেজ ভৈলা সুগ্ৰীৱ ৰাজাৰ॥

মনুষ্য স্বৰূপে নাৰায়ণ অৱতাৰ।
অপ্ৰয়াসে পাইবো ৰাজ্য কল্যাণ আমাৰ ॥৫২২॥
মোৰ সিদ্ধি ভৈলা সৱে গুচিল দুৰ্গতি।
দশম গুচিয়া একাদশ বৃহস্পতি ॥
আগতে অগনি জ্বালি বান্ধিলন্ত মিত্ৰ।
সত্য কৰিলন্ত দুয়ো পৰম পৱিত্ৰ ॥৫২৩॥
শুনি আছো যতেক তোমাৰ উপস্থিত।
হনুমন্তে সৱ কথা কৰিল বিদিত ॥
ৰাজ্য এৰি আসিলোহো অতি ঘোৰ বনে।
তোমাৰ ভাৰ্য্যাক হৰি নিলেক ৰাৱণে ॥৫২৪॥
সত্য কৰি বুলিলোহো শুনিয়োক মিতা।
ত্ৰিভুৱন বিচাৰিয়া আনি দিবো সীতা ॥
পাতালক নেই যদি আনি দিবো বুলি।
সত্যে সত্যে ইন্দ্ৰক যুজিবো এক বেলি ॥৫২৫॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ তুষিবো পূজিয়া।
সীতাক আনিবো গৈয়া লঙ্কাক জিনিয়া ॥
সাৱধান হোৱা প্ৰভু কথা এক কহো।
এক কন্যা লই যাই আমি দেখিলোহো ॥৫২৬॥
দশ শিৰে কুৰি বাহু শাল-তৰুপ্ৰায়।
সেহিসে সীতাক নিলা আছিলোহো চাই ॥
ৰথত তুলিয়া পাপী বায়ু-পথে যাই।
ৰাম ৰাম বুলিয়া কাঁদন্ত সীতা আই ॥৫২৭॥

তৈৰ হস্তে অলঙ্কাৰ সৱ খসাইলন্ত।
দশ দিশ লাগি আই নিহালিয়া চান্ত॥
ভয়ত হৃদয় কাম্পে শোক অপমান।
কৰ্ণ পাতি শুনিলোহো দেৱীৰ ক্রন্দন॥৫২৮॥

**সীতাই পেলাই থোৱা অলঙ্কাৰ**

আপোনাৰ বস্ত্রে অলঙ্কাৰ বান্ধিলন্ত।
দিয়া অলঙ্কাৰ মাও বাক্য বুলিলন্ত॥
দেৱগণ সাক্ষী কৰি দিলো অলঙ্কাৰ।
এহি অলঙ্কাৰ পাওক ৰাম গদাধৰ॥৫২৯॥
আপোনাৰ অলঙ্কাৰ ক্ষেপিয়া দিলন্ত।
আলগতে জাম্প দি ধৰিলে হনুমন্ত॥
সূৰ্য্যৰ কিৰণ সম দেখি অলঙ্কাৰ।
দেখিয়া হৃদয়-কম্প ভৈলন্ত আমাৰ॥৫৩০॥
আপুনি চাহিতে যদি আছে অভিপ্রায়।
আগতে বিদিত কৰোঁ লৈয়ো প্রভু চাই॥
দুই দুই জানাহা সীতাৰ অলঙ্কাৰ।
ভালমতে লৈয়ো চাই ৰাম গদাধৰ॥৫৩১॥
ৰাঘৱে বোলন্ত শুনা বচন আমাৰ।
প্ৰাণতো অধিক মোৰ তুমি হোৱা সাৰ॥
কৰিয়োক হৃদয়ৰ সন্তোষ বিস্তৰ।
মঞি চক্ষু ভৰি দেখো বান্ধৈৰ অলঙ্কাৰ॥৫৩২॥
সুগ্ৰীৱে আনিয়া অলঙ্কাৰ আগে থৈলা।
দুই হাত পাতি ৰামে হৃদয়ত লৈলা॥

অলঙ্কাৰ দেখি ৰামৰ বিলাপ

হা প্ৰাণেশ্বৰী বুলি পৰি মূৰ্চ্ছা গৈলা।
চূৰ্ত্তি বুদ্ধি নাই প্ৰভু জ্ঞান পাসৰিলা ॥৫৩৩॥
ক্ষেণেকে চেতন পাইলা ৰাম নাৰায়ণ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৫৩৪॥

**ৰাগ ধনশ্ৰী ॥**

শোকত বিকল ৰাম হে
অলঙ্কাৰ দেখি।
হৃদয়ত ধৰি প্ৰভু কান্দন্ত নিৰেখি ॥৫৩৫॥
হা প্ৰাণেশ্বৰী বুলি হে কান্দিবে লাগিলা।
সীতাক সুমৰি প্ৰভু পুনু মূৰ্চ্ছা গৈলা ॥৫৩৬॥
ক্ষেণেকে চেতনা পাইলা হে ত্ৰৈলোক্যৰ নাথ।
হা সীতা বুলি মুষ্টি হানন্ত হিয়াত ॥৫৩৭॥
বিহা কৰি আনিলো হে আতি অভিযোগে।
তোকে মোকে বঞ্চিলেক অযোধ্যাৰ ভোগে ॥৫৩৮॥
নেত্ৰক মেলিয়া একো হে দিশক নাচাইলো।
খুধায়ে পীড়িলা অন্ন খুজিয়া নাপাইলো ॥৫৩৯॥
হা হা কৈক গৈলা মোৰ হে প্ৰাণ প্ৰাণেশ্বৰী।
দশৰথ নৃপতিৰ প্ৰথম বহাৰী ॥৫৪০॥
এহি অলঙ্কাৰ পিন্ধি হে আছা মোৰ পাশে।
দুৰ্জ্জন ৰাৱণে হৰি নিলেক আকাশে ॥৫৪১॥
এহি বুলি অলঙ্কাৰ হে হৃদয়ে ধৰিলা।
আতি দীৰ্ঘ ৰায়ে ৰামে ক্ৰন্দন কৰিলা ॥৫৪২॥

ৰামৰ বিলাপ দেখি হে লক্ষ্মণ সুগ্ৰীৱ।
সন্তাপে হিয়াত হানিলন্ত মুষ্টি-ঘাৱ ॥৫৪৩॥
বানৰৰ ৰাজা পাছে হে কৰিলা আশ্বাস।
শোকে কিছো নসাধয় নুহিবা হতাশ ॥৫৪৪॥
শ্ৰীৰামে বোলয় পাছে হে শুনা যে সুগ্ৰীৱ।
শোক দুখ অগনি শৰীৰ দাহ হয় ॥৫৪৫॥
সহিবে নোৱাৰো শোক হে জলয় প্ৰত্যেক।
সীতাক আনিয়া শোক লাগে নুমাইবাক ॥৫৪৬॥
কবি ভণে দুৰ্গাবৰ ৰামৰ চৰণ।
শোক এৰি ৰামচন্দ্ৰ ভৈলা ক্ৰুদ্ধ-মন ॥৫৪৭॥

ৰাগ অহিৰ ॥

সুগ্ৰীৱে ৰামচন্দ্ৰক কৰ্ত্তব্য সোঁৱৰায়

আ কি ৰাম স্বামী।
প্ৰণাম কৰিয়া কহো আমি ॥৫৪৮॥
সুগ্ৰীৱে বোলন্ত ৰাম সাধিয়োক তযু কাম
বীৰত্ব সাফল্য আপোনাৰ।
উঠিয়োক গদাধৰ শোক-মোহ কৰা দূৰ
আপুনাৰ ভাৰ্য্যাক উদ্ধাৰ ॥৫৪৯॥
মনৰ সংশয় এৰা আমাৰ যে বোল ধৰা
বালি মাৰি মোক ৰাজ্য দিয়া।
পাছে তযু কাৰ্য্য সাধোঁ ৰাৱণা বীৰক বধোঁ
সাগৰ লঙ্ঘিবো ভেৰ দিয়া ॥৫৫০॥

লঙ্কাত প্রবেশ হইবো রাক্ষসক সংহৰিবো
সীতাক যে কৰিবো উদ্ধাৰ ।
যদি কাৰ্য্য নসাধিবো নৰকত থাকিবোহো
এহি শুনা প্ৰতিজ্ঞা আমাৰ ॥৫৫১॥
সম্প্ৰতি আমাৰ কাৰ্য্য সাধি দিয়া ৰঘুৰাজ
বিলম্বত একো ফল নাই ।
তযু সঙ্গে আমি যাইবো সাগৰ যে পাৰ হুইবো
লঙ্কা বেৰি লগাই দিম জুই ॥৫৫২॥
ৰাঘৱে বোলন্ত মিত্ৰ শুনিয়ো মোহোৰ চিত্ত
সীতা-শোকে শৰীৰ নৰহে ।
হৰিলা চেতনা জ্ঞান অগ্নি হেন দেহ যেন
দুই নয়নৰ নীৰ বহে ॥৫৫৩॥
সঘনে নিশ্বাস বহে মোৰ প্ৰাণ যেন দহে
সীতা-শোকে বড় উত্ৰাৱল ।
একে শোকে পোৰে কায় তযু শোকে প্ৰাণ যাই
উভয় প্ৰকাৰে শোকাকুল ॥৫৫৪॥
পোছোহো তোমাৰ দুখ বিবৰ্ণ যে দেখি মুখ
কি কাৰণে আছা পৰ্ব্বতত ।
কন্দল যে কি কাৰণ ভাই ভাই কি কাৰণ
ভাৰ্য্যা হৰাইলা কেনমত ॥৫৫৫॥
বনবাস খাটা কিক সম্ভৱে কহিয়ো তাক
ভাৰ্য্যা-শোকে বিবৰ্ণ যে কায় ।

কোন দোষে এড়ি ভাৰ্য্যা হৰাইলেক নিজ ৰাজ্য
তযু শোকে প্ৰাণ ফুটি যাই ॥৫৫৬॥
শুনি চিত্ত হোক থিৰ তযু আগে মহাবীৰ
অঙ্গীকাৰ কাৰবোহো মই ।
তযু ভ্ৰাতা বীৰ বালি আমি বধিবোহো কালি
সত্যে সত্যে বোলোহো নিশ্চয় ॥৫৫৭॥
ভকতি মিনতি-কৰি দান্তে তৃণ তুলি ধৰি
ৰাম-পদ মনে কৰি আশ ।
কিষ্কিন্ধ্যাৰ পদচয় ৰচি কৰি সুৰ লয়
ভণে কবি দুৰ্গাবৰ দাস ॥৫৫৮॥

পদ ॥

বালি আৰু দুন্দুভিৰ যুদ্ধ-বৰ্ণন

সুগ্ৰীৱে বোলন্ত শুনিয়োক ৰামদেৱ
মোৰ বালি দাদা যে সমৰে দু[illegible] কৰ ।
আদিত্য উদয় হন্তে ছাৰি যাই পুবা
নিমিষতে আসে চাৰি সাগৰক ফুৰি ॥৫৫৯॥
পৰ্ব্বতক উভবিয়া খেলাৱয় ঢোপ ।
ত্ৰিদশ কম্পয় দেখি বালিৰ আটোপ ॥
আৰৱ কাহিনী কহো শুনিয়ো শ্ৰীৰাম ।
অসুৰেক আছিলা দুন্দুভি তাৰ নাম ॥৫৬০॥
তিনিও লোকত সিটো হোৱয় প্ৰধান ।
সাগৰত গই মাগিলেক যুদ্ধ-দান ॥

অম্বুবক সম্বুধিয়া মাতয় সাগৰ।
শুনা মোৰ কথা তই হেলা যে নকৰ ॥৫৬১॥
হৈমন্বত পৰ্ব্বত যে তাৰ মহাবল।
যুদ্ধ-ইছা আছে যদি তৈকে লাগি চল ॥
শুনি শীঘ্ৰে চলিলেক হেমন্ত গিৰিক।
দৰ্পে বুলিবাক লৈলা অসুৰ লটক ॥৫৬২॥
শুন গিৰিৰাজ মহাদেৱৰ শ্বশুৰ।
মোক ৰণ দিয়া তুমি চলা যমপুৰ ॥
হৈমৱন্তে বোলন্ত তোহোৰ নোহো সম।
কিষ্কিন্ধ্যাৰ বালি ৰাজা তোৰ আছে যম ॥৫৬৩॥
যেৰে তোৰ মৰিবাৰ থাকে যদি মন।
শীঘ্ৰগতি ভাঙ্গগহ তাৰ মধুবন ॥
দুন্দুবাব অসুৰ সিটো বৰ ৰণলোভী।
কিষ্কিন্ধ্যাক লাগি বেগে চলিলা দুন্দুভি ॥৫৬৪॥
মহিষৰ ৰূপ ধৰি আসিলা দুন্দুবাব।
ৰণক হৰিষে নাদ কৰে ভয়ঙ্কৰ ॥
অগনি-সমান ঘূৰায়য় দুই আখি।
শৃঙ্গ আগে পৰিলে দোহাৰ হোৱে মাখি ॥৫৬৫॥
মেঘ খণ্ড খণ্ড হোৱে পায়া লাজ-চাটি।
খুৰাৰ প্ৰহাৰে জল ওলায় মাটি ফাটি ॥
ধসমসি লগাইলেক পশি মধুবন।
থাই-দাই সকলোকে কৰিলেক ছন ॥৫৬৬॥

দুৱাৰৰ পাট লাঠি মাৰিয়া ভাঙ্গিলা।
দ্বাৰীক মাৰিয়া ঘোৰ আটাস তেজিলা ॥
শবদতে প্ৰজাৰ যে কৰ্ণে দিলা তাল।
কম্পিলা কিষ্কিন্ধ্যাপুৰী কৰে টলবল ॥৫৬৭॥
অহঙ্কাৰ কৰিয়া দুন্দুভি পাৰে গালি।
শুনি নগৰৰ বাজ ভৈলা বীৰ বালি ॥
হস্তীক লাগিয়া যেন কেশৰী কিটাই।
তাৰা আদি পাটেশ্বৰী লগে চলি যাই ॥৫৬৮॥
কুসুম চন্দন অলঙ্কাৰ গাৱ ভৰি।
চৌপাশে যোগান ছত্ৰ চামৰক ধৰি ॥
তাৰাগণ-সম-কান্তি নাৰী চলি যান্তি।
যেন পূৰ্ণিমাৰ চন্দ্ৰ দেহাৰ যে কান্তি ॥৫৬৯॥
সমৰ-ভূমিত বালি দেখিলেক পাছে।
পৰ্ব্বত-সমান চণ্ড মহিষেক আছে ॥
অসুৰক বালি ৰাজা মাতিলা সম্মুখি।
জোকাই মোক যম মাতি আনিলি দুৰ্ব্বুদ্ধি ॥৫৭০॥
কালে তোক পাইলে মধুবন বিনাশিলি।
বালিক নিচিনি বেটা গৰ্ব্বত মৰিলি ॥
খুদ্ৰ মৃগ হুয়া মত্ত সিংহক জোকাইলি।
বিপাঙ্গে পৰিলি বন্ধু দেখিতে নপাইলি ॥৫৭১॥
দুন্দুভি বোলয় অৰে শুন বালি ৰাই।
তিৰীৰ আগত কেনে বোল মিছা তই ॥

মোৰ হাতে মৰিবি ৰাখন্তা নাহি কের ।
সম্বৰে সুমৰ তোৰ নিজ ইষ্ট দেৱ ॥৫৭২॥
লুকাওঁ বালি নাম আজি মোৰ লাঞ্জ-চাটে ।
মহী-ৰাজা হওঁ বহি এহি ৰাজ্য-পাটে ॥
অসুৰৰ গালি শুনি ক্রোধিলেক বালি ।
জাম্প দিয়া তেখণে ধৰিলা আস্কোৰালি ॥৫৭৩॥
অসুৰেও বালিক ধৰিলা সাৱধানে ।
ডুইকো ডুই বসাইলেক মুষ্টিৰ সন্ধানে ॥
মহা ঘোৰ নাদে ডুয়ো ডুইহাঙ্ক গৰ্জ্জন্ত ॥
পৃথিৱী কম্পিয়া গৈলা পাতাল পৰ্য্যন্ত ॥৫৭৪॥
চন্ধ বন্ধ বিবন্ধ * লাগিলা যত যত ।
প্রহাৰিবে সম্বৰিবে ডুহান্তে শকত ॥
থিউ-লাঞ্জ কৰি ডুয়ো খেলাক কৰন্ত ।
দেৱতাসকলে ধৰ্ম্ম ধৰ্ম্ম সুমৰন্ত ॥৫৭৫॥
ত্রিদশক দেখি ক্রোধে ডুন্দুভি অসুৰ ।
শৃঙ্গ তুলি হানিবাক যাইযে দন্দুৰ ॥
ৰিপু-কুল-মৰ্দ্দন ডুৰ্জ্জয় বীৰ বালি ।
ডুন্দুভিৰ শিঙ্গে ধৰি ওপৰক তুলি ॥৫৭৬॥
পৃথিৱীত আচাৰিলা ডুন্দুভিক ধৰি ।
ঘাৰ গোট ভাঙ্গিলন্ত মুচৰি মুচৰি ॥

---

* বন্ধ চন্দ বিবন্ধ ( মাধৱ কন্দলি )

দুই হাতে ধৰি তাক তুলি আলগাইলা ।
বাম পাৰে লাঠি হানি খেপিয়া পঠাইলা ॥৫৭৭॥
প্ৰত্যেক পথ গৈয়া পৰিলা উফৰি ।
ঋষ্যমুখ পৰ্ব্বতৰ কতো দূৰ জুৰি ॥
আছন্ত মাৰ্কণ্ড ঋষি অগনিৰ সম ।
সেহি পৰ্ব্বতত তাৰ আছয় আশ্ৰম ॥৫৭৮॥
ধ্যান কৰি আছে ঋষি হৰিক চিন্তন্তে ।
সকল শৰীৰ তাৰ তিতিলা শোণিতে ॥
ঋষিয়ে বোলন্ত কোনে পাপক চিন্তিলে ।
সকলো শৰীৰ মোৰ শোণিতে তিতিলে ॥৫৭৯॥
অসুৰ খেপিয়া কোনে চিন্তিলেক মন্দ ।
এহি ঋষ্যমুখে তাৰ পৰিবেক কন্ধ ॥
এতি শাপ দিয়া ঋষি জলে স্নানিলন্ত ।
বিষ্ণুক সুমৰি পুনু ধ্যানে বসিলন্ত ॥৫৮০॥
খেদি নাসে বালি দাদা সেহিসে নিদানে ।
ভণে কবি দুৰ্গাবৰে ৰামৰ চৰণে ॥

পদ ॥

বালি আৰু মায়াৰস্তৰ যুদ্ধ ; বালি-সুগ্ৰীৱৰ বিবাদ

আৰৰ কাহিনী শুনিয়োক প্ৰভু ৰাম ।
দুন্দুভিৰ শ্ৰেষ্ঠ ভাই মায়াৰম্ভ নাম ॥৫৮১॥
ভাতৃ-শোকে সিও আসি মাগিলেক ৰণ ।
দুই ভায়ে সাজি নিকালিলো তেতিক্ষণ ॥

বানৰৰ বালি ৰাজা বীৰত প্ৰধান।
পাছত চলিলো মই পৰ্ব্বত-সমান ॥৫৮২॥
দুই ভাইক দেখি সিটো অসুৰ ডৰিলা।
মহাভয়ে পৰ্ব্বতৰ গভৰ পশিলা ॥
চন্দ্ৰৱতী ৰজনী দেখিয় বহু দূৰ।
দেখিয়া গভৰ মাজে পশিলা অসুৰ ॥৫৮৩॥
দাদা মোক বোলে তই থাক ইথানত।
যাৱে নাসোঁ মই অসুৰক কৰি হত ॥
কৰিলো কাকুতি মই চৰণত ধৰি।
জীৱন মৰণ জানিবোহো কেন কৰি ॥৫৮৪॥
বালি বোলে গৰ্ত্ত ভৰি দুগ্ধ হৈলে বাজ।
নিশ্চয় জানিবি মৰিলন্ত বালিৰাজ ॥
নচেত বিবৰে বাজ হৈলে তেজচয়।
অসুৰক মাৰিলোহো জানিবি নিশ্চয় ॥৫৮৫॥
মাৰিবো অসুৰ কিছো নকৰিবি ভয়।
তথাপি আমাৰ মনে সুগুচে সংশয় ॥
নিষেধ-বচন বহু বুলিলো বিস্তৰ।
ভিত শুনি পশিলেক গাঁতৰ ভিতৰ ॥৫৮৬॥
দ্বাৰ ৰাখি আছিলোহো পঞ্চদশ মাস।
দাদাৰ এৰিলো মই জীৱনৰ আশ ॥
বাজ হৈলা শুক্ৰ তেজ গৰ্ত্ত মুখ ভৰি।
নিশ্চয় জানিলো মোৰ দাদা গৈলা মৰি ॥৫৮৭॥

গর্ত্তৰ ভিতৰে বৰ আৰাব শুনিলো।
শিলা গোট দিয়া ভয়ে দুৱাৰ মাৰিলো॥
আসি পাইলো একেশ্বৰে কিষ্কিন্ধ্যানগৰ।
মোক দেখি ৰঙ্গ ভৈলা সকলো লোকৰ॥৫৮৮॥
মৰিলেক বালি ৰাজা আসি পাত্র লোকে।
সেহি দণ্ডে পাটে ৰাজা কৰিলেক মোকে॥
কতো কাল আছিলোহো প্রজা প্রতিপালি।
আসিলন্ত অসুৰ মাৰিয়া বাৰ বালি॥৫৮১ক॥
মই ৰাজা ভৈলো দেখি বিহৰিলা চিত্ত।
ক্রোধিলন্ত অগনিত যেন দিলা ঘৃত॥
পাত্রগণ সমে বালি চৰণে ধৰিলো।
প্রণতি পূর্ব্বক মই প্রণাম কৰিলো॥৫৮২ক॥
পিতৃ-সম শ্রেষ্ঠ ভাই প্রাণতো অধিক।
আসিলা কুশলে এৰাইলোহো দুর্গতিক॥
আসিলাহা তুমি মোৰ গুচিলা অপায়।
ৰাজ্য চাৰি দণ্ডপাট দিলো সমুদায়॥৫৮৩ক॥
পঞ্চদশ মাস দ্বাৰ ৰাখিয়া আছিলো।
গর্ত্ত ভৰি শুক্র তেজ বজাইলা দেখিলো॥
ভয়ে শিলাগোট দিয়া গর্ত্ত-দ্বাৰ মাৰি।
শোকে কান্দি কান্দি আসি ভৈলো নিজ পুৰী॥৫৮৪ক॥
পাছে পাত্র মন্ত্রীসৰে কার্য্য আলোচিলা।
অৰাজ্যক ভয়ে মোক ৰাজাক পাতিলা॥ * *

তথাপি কৰিলো দোষ দাদা ক্ষমা কৰ
চৰণত ধৰি স্তুতি কৰিলো বিস্তৰ ॥৫৮৫ক॥
ক্রোধে তথাপিতো মোক নেদিলা উত্তৰ।
স্বভাৱতে ক্রূৰ জাতি দাৰুণ বানৰ ॥
শান্ত কৰিবাক পাৰি সজ্জনৰ মন।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৫৮৬ক॥

## ৰাগ মেঘমণ্ডল ॥

বালিয়ে সুগ্রীৱক ৰাজ্যৰপৰা খেদি পঠায়

ক্রোধে কাম্পে যায় ৰক্তবৰ্ণ বালি ৰাই
শুনা শুনা পাত্র মন্ত্রী লোক।
দোষ গুণ জিজ্ঞাসিলা মনে সৱে আলোচিলা
গৰিহা কৰিব সৱে মোক ॥৫৮৭ক॥
অসুৰ মাৰিবে সাজি চাহি চাহি ফুৰো খুজি
দ্বাৰৰ মুখত আক থৈলো।
গৰ্ত্ত এক ভয়ঙ্কৰ পশিলেক অভ্যন্তৰ
মই দেখি বিবৰে পশিলো ॥৫৮৮ক॥
ভয়ঙ্কৰ শিলা তাত ৰুদ্ধ কৰিলেক বাট
ৰাজ্য কৰে ভাতৃ-বধূ লৈয়া।
অসুৰ মাৰিলো হেলে আপুনাৰ বাহু-বলে
শিলা গুচাইলোহো ফান্দি হিয়া ॥৫৮৯॥
সৰু ভাই ৰিপু ভৈলা মোৰ পাটে ৰাজা হৈলা
ধিক ধিক পাপিষ্ঠ সোদৰ।

দূৰ হৌক পাপী মন্দ যদি নাভাঙ্গিবো কন্ধ
গুচ পাপী অধম পামৰ ॥৫৯০॥
মোৰ এহি পাত্ৰ চাৰি ঢঙ্কাই খেদাইলা মাৰি
পাঞ্চজন দেশৰ ডকাইলা।
একো থানে নপাওঁ ঠাই খেদি নিয়া বালি ৰাই
ঋষ্যমুখ পৰ্ব্বতত থৈলা ॥৫৯১॥
ঐক নাসে বালি ৰাই কৰে অতি বৰ ভয়
ঋষি শাপে তোৰন্ত তৰাস।
ৰামৰ চৰণ সেৰি ৰাগ বিৰাচলা ছবি
ভণে কবি দুৰ্গাবৰ দাস ॥৫৯২॥

**ৰাগ দেৱমোহন ॥**

সুগ্ৰীৱৰ দুখৰ বৃত্তান্ত

আ কি প্ৰভু হে—
কহো মই আমাৰ বৃত্তান্ত ॥৫৯৩॥
শুনিয়োক ৰামচন্দ্ৰ তুমি মোৰ মহামিত্ৰ
আমাৰ দুখৰ কথা শুন।
দেশৰ ডাকিলা মোক বস্ত্ৰ দিলে মাত্ৰ এক
মহাদুখে ফুৰোঁ বনে বন ॥৫৯৪
ৰাজ্য কৰে সুখে গৈয়া মোৰ ভাৰ্য্যা কাঢ়ি লৈয়া
মই ফুৰোঁ দুৰ্ঘোৰ যে বন।
তথাপিতো মোক প্ৰতি কিছু দয়া নভৈলন্তি
বালিৰ যে শান্ত নোহে মন ॥৫৯৫॥

বিমৰিষ হুই মই মনত গুণিয়া চাই
দাদাক যুজিবে ভৈলো মন।
দ্বীপ-দ্বীপান্তৰ যত কপিগণ আনি তৈত
বালিক সমুখে দিলো ৰণ ॥৫৯৬॥
শ্ৰেষ্ঠ ভাইক যুজিলোহো অনেক যে ভৰ্চ্চিলোহো
ত্ৰিভুৱনে ভৈলেক তৰাস।
চৰব চম্পট কিল নানাৰূপে প্ৰহাৰিল
দান্তে নখে আঞ্চুৰি অশেষ ॥৫৯৭॥
তেজে তোলবোল ভৈলা শৰীৰত বহি গৈলা
খত ভৈলা দুইহান শৰীৰ।
মোত কৰি বালি ধিক নোৱাৰিলো যুদ্ধে যাক
মোৰ গাও নুহিকন্ত থিৰ ॥৫৯৮॥
মৰণ-সঙ্কট ঘোৰ মিলিলেক আসি মোৰ
মনে মনে গুণিলো বিস্তৰ।
তান মৰ্ম্ম-থান চাই পৱন-সঞ্চাৰে যাই
দৃঢ় কৰি বসাইলো চাপৰ ॥৫৯৯॥
মূৰ্চ্ছা গৈলা বালি দেখি মুঞ্জিলেক দুই আখি
পাছে মই মনত গুণিলো।
ঋষ্যমুখ পৰ্ব্বতক দিলো লৰ সিভিতক
মহাভয়ে শিখৰে পশিলো ॥৬০০॥
ঋষি-শাপে বালি ৰাই খেদি নাসে এহি ঠাই
ঋষি-শাপে মোৰ হিত ভৈলা।

খেদি-গুৰি নাপাই বালি নগৰক গৈলা চলি
পৰিৱৰ্ত্তি কিষ্কিন্ধ্যাক গৈলা ॥৬০১॥
দুই ভাইৰ কন্দলক এহি কথা শুনিয়োক
তযু পায়ে পশিলো শৰণে।
ৰামৰ চৰণ বিনে গতি নাহি আন মনে
কবিবৰ দুৰ্গাবৰ ভণে ॥৬০২॥

## ৰাগ পটমঞ্জৰী ॥

শ্ৰীৰামৰ শক্তি-পৰীক্ষা

তযু চৰণত প্ৰভু হে পশিলো শৰণ।
তোমাৰ ভকতি দেৱ দুৰ্গতি-নাশন ॥৬০৩॥
এবে তযু বলৰ যে হে প্ৰমাণক পাওঁ।
মাৰিবাহা বালিক তেৱেসে পতিয়াও ॥৬০৪॥
পৰ্ব্বত-সমান দুন্দুভিক লাঠি হানি।
এক যোজনৰ পন্থ ফেলাইলেক আনি ॥৬০৫॥
তুমিও লাঠিৰে যদি হে ফেলাইবা পাৰা তাক।
তেবে জানো পাৰিবা বালিক বধিবাক ॥৬০৬॥
সুগ্ৰীৱৰ বাণী শুনি হে ৰাঘৱে হাস্ফুলি।
দুন্দুভিৰ শৰীৰক বাম পাৱে তুলি ॥৬০৭॥
বৃদ্ধ আঙ্গুলিয়ে তাক হে আচাৰি ফেলাইলা।
দেখি পাঞ্চ বানৰ কৌতুক বৰ ভৈলা ॥৬০৮॥
পৰিলেক গৈয়া শত হে যোজনৰ পথ।
সুগ্ৰীৱে বোলন্ত পূৰিলাহা মনোৰথ ॥৬০৯॥

হেনমত বলকয়ে হে প্ৰমাণক কৰি ।
অসুৰক বালি ৰাজা পূৰ্ব্বে আছে মাৰি ॥৬১০॥
মাংসয়ে শোণিত গাত হে আছিলা তেখণে ।
লাঠিতে প্ৰহৰ পন্থ গৈলা সিকাৰণে ॥৬১১॥

শুকাই আছই ইটো হে অস্থি মাত্ৰ সাৰ ।
তাক তুলিলা যে নাহি প্ৰত্যয় আমাৰ ॥৬১২॥
দেখা সাত তাল আছে হে সম শাৰীভাৱে ।
তিনি গাছ ছেদে দাদা এক মুষ্টি ঘায়ে ॥৬১৩॥

এই গাছ যদি ছেদা হে তুমি এক শৰে ।
তেবেসে সংশয় গুচে মনৰ আমাৰে ॥৬১৪॥
আনন্দ মিলয় প্ৰভু হে প্ৰমাণকে পাওঁ ।
বালিক মাৰিবা বুলি তেবে পতিয়াওঁ ॥৬১৫॥

সুগ্ৰীৱৰ বাক্যে ৰামে হে গাণ্ডীৱ ধৰিলা ।
শ্ৰীমুখ বাণক আনি গুণে আৰোপিলা ॥৬১৬॥
ৰাম পাৱ আগ কৰি হে দক্ষিণক পাছ ।
এক প্ৰহাৰতে ছেদিলেক সাত গাছ ॥৬১৭॥

পৰ্ব্বত ভেদিয়া বাণ হে পশি পাতালত ।
সাগৰত স্নাহি শৰ পশিলা টোণত ॥৬১৮॥
ঈষত কটাক্ষে ৰাম হে ছেদি তালগণ ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৬১৯॥

## পদ ॥

বালি আৰু সুগ্ৰীৱৰ যুদ্ধ

শ্ৰীৰামে বোলন্ত মিত্ৰ চিনিলা আমাক।
সমৰে চলিয়োঁ এৰে গৈয়া কিষ্কিন্ধ্যাক ॥
এক পাট শৰত বালিক বধ কৰোঁ।
ধিক যে বীৰত্ব যদি দুই পাট ধৰোঁ ॥৬২০॥

দশৰথ পুত্ৰ দুই পাঞ্চটি বানৰ।
কিষ্কিন্ধ্যাক লাগি গৈলা হৰিষ অন্তৰ ॥
পাঞ্চ কপি বীৰ সমে শ্ৰীৰাম লক্ষ্মণ।
কতো দূৰে থাকিলন্ত আঁব লয়া বন ॥৬২১॥

পুত্ৰ যুদ্ধে যাই দেখি সূৰ্য্য ৰঙ্গ ভৈলা।
দেৱ দিব্য মালা এক খেপিয়া পঠাইলা ॥
চিকিমিকি কৰয় উত্তম হেম-মালা।
সুগ্ৰীৱৰ মাথে পৰি জ্বলে অতি কালা ॥৬২২॥

মালাৰ প্ৰভাৱে অতি সুগ্ৰীৱ জ্বলন্ত।
হেন শুনি ৰামচন্দ্ৰে তাঙ্ক বুলিলন্ত ॥
শুনিয়োঁ সুগ্ৰীৱ মিত্ৰ গুচিল প্ৰমাদ।
মিলিলা মঙ্গল পাইলা সূৰ্য্যৰ প্ৰসাদ ॥৬২৩॥

আৰ কিবা চাস সখি ভৈলা শুভক্ষণ।
বালিক মাতাহা ৰণে কৰিয়া গৰ্জ্জন ॥
সুগ্ৰীৱ চলিলা ৰঙ্গে ভয় পৰিহৰি।
থাকিলন্ত ৰামচন্দ্ৰ হাতে ধনু ধৰি ॥৬২৪॥

কিষ্কিন্ধ্যাৰ দ্বাৰে গৈয়া ভৈলা উপস্থিত।
কিচমিচ লাগি গৈলা বানৰ-পুৰীত॥
সুগ্ৰীৱৰ নাদ শুনি মেঘৰ সম্বাদ।
স্বৰ্গ ফাটি যাই শুনি দেৱৰ বিষাদ॥৬২৫॥
খণ্ড খণ্ড ভৈলা মেঘ মহা কোলাহলি।
সুগ্ৰীৱৰ নাদ শুনি ক্ৰোধিলন্ত বালি॥
ত্বৰিতে ওলাইলা বীৰ হুঙ্কাৰক* ছাৰি।
সূৰ্য্যৰ উদয় যেন মেঘগণ ফাৰি॥৬২৬॥
ৰণক সমুখ ভৈলা সাজ-পাৰ দুই।
প্ৰমাণত দেখিয়া পৰ্ব্বত যেন দুই॥
আতি ক্ৰোধ নয়নে মাতয় বীৰ বালি।
সুখে ৰাজ্য কৰোঁ তোক দেশৰ নিকালি॥৬২৭॥
তোতোক মাৰিলে দুষ্ট খণ্ডিবেক শাল॥
ৰাখন্তা নাহিকে যেন দশ দিগপাল॥
ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুণ হৈবা সাখী।
সুগ্ৰীৱ ভয়াই হেৰা খাইলা দুই আখি॥৬২৮॥
মই যাক খুজিবো হাতত আসি মিলে।
পাপিষ্ঠক মাৰোহোঁ চৰৰ লাঠি কিলে॥
সুগ্ৰীৱে বোলন্ত দাদা এৰা দম্ভ দৰ্প।
জানিবা তোমাৰ মই হৈলো কাল-সৰ্প॥৬২৯॥

---

* ওৱাৰিক ( মাধৱ কন্দলি )

আজি যেৱে জীয়া দৰ্প কৰিবাহা পাছে ।
জানিবা যে তোৰ মৃত্যু মোৰ হাতে আছে ॥
আন অপৰাধে মোক ডাকিলা দেশৰ ।
ভ্ৰাতৃ-বধূ হৰি পাপ সঞ্চিলা ডাঙ্গৰ ॥৬৩০॥
মিছাত আসিয়া মোক গৰ্জ্জিলাহা তোৰা ।
জিভাখান মেলি চাহা কলীয়া নি গোৰা ॥
আন কথা এৰি জাণ্টে সত্যক আৰম্ভা ।
এক ভাগ সঁচা মাত্ৰ দশ ভাগ লম্ভা ॥৬৩১॥
মোক মাৰিবাহা তুমি কোনে পতিয়াব ।
তৃণৰ অগনি কিবা সাগৰ শুখাইব ॥
নেত্ৰ ফুৰাই মাতিলন্ত ৰাজা বীৰ বালি ।
এবে তোৰ মুখৰ বজাইলা বৰ গালি ॥৬৩২॥
অসমৰ্থ প্ৰাণীৰ বচন চতুৰালি ।
সিংহৰ আগত যেন শৃগালৰ টালি ॥
মোৰ পাটে ৰাজা ভৈলি নামাৰিলো তোক ।
নীচ হুয়া বৰ কৰি গৰ্জ্জিলিহি মোক ॥৬৩৩ ॥
এহি বুলি শাল গাছ উভাৰিয়া লৈলা ।
সামৰ বুলিয়া সুগ্ৰীৱক প্ৰহাৰিলা ॥
সুগ্ৰীৱে দেখন্ত বৃক্ষ চাপিলন্ত কোল ।
বাহুত চাপৰ মাৰি মাৰিলা আস্ফাল ॥৬৩৪॥
কটাক্ষ নয়নে বীৰে চাইলা আগ পিছ ।
বাম হাতে মুষ্টি মাৰি ভাঙ্গিলা সি গাছ ॥

বৃক্ষ ভাঙ্গি সুগ্ৰীৱেও কৰন্ত আস্ফাল।
অতি শীঘ্ৰে সুগ্ৰীৱে হানিলা দুই শাল ॥৬৩৫॥
দণ্ড দুইৰ পথ মানে বৃক্ষ চলি যাই।
সমৰন্ত বসি বালি ৰাজা আছে চাই ॥
দেখিলন্ত বৃক্ষ বালি সুগ্ৰীৱে ক্ষেপিলা।
অদভুত বৃক্ষ দুই হানিয়া পঠাইলা ॥৬৩৬॥
চাৰি বৃক্ষ এক ঠাই পৰি ভৈলা চুৰ।
অগনি কণিকা উৰি গৈলা বহু দূৰ ॥
ৰাঘৱে বোলন্ত বাপ শুনিয়ো লখাই।
অদভুত সমৰ কৰন্ত দুই ভাই ॥৬৩৭॥
স্বৰগত থাকি দেৱগণে আছে চাই।
যুজিছে সমানে বালি সুগ্ৰীৱ দুই ভাই ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেৱ পুৰন্দৰ।
অশ্বিনীকুমাৰ দুই আৰু শশধৰ ॥৬৩৮॥
ইন্দ্ৰদেৱ দেখিলন্ত সুগ্ৰীৱৰ গলে।
সূৰ্য্যে দিলা দিবা মালা অতিশয় জ্বলে ॥
বালিক দিলন্ত ইন্দ্ৰে মালা মনোৰম।
তাক পিন্ধি যুজে বালি কালান্তক যম ॥৬৩৯॥
অৱসান ভৈলা যেৱে বৃক্ষৰ সমৰ।
তৰু-বন ছন্ন ভৈলা কতো প্ৰহৰৰ ॥
সুগ্ৰীৱেও লেজে মেৰাই পৰ্ব্বত আনিলা।
বালিক লাগিয়া পুনু সুগ্ৰীৱে মাৰিলা ॥৬৪০॥

দৃঢ় মুষ্টি ধৰি বালি বীৰ বজ্ৰসাৰ।
মুঠিৰ প্ৰহাৰে গিৰি ভৈলা চূৰ্ণমাৰ॥
গিৰি ছন্ন ভৈলা দুয়ো কৰি ক্ৰোধ মুষ্টি।
অথাকে কৰয় দুয়ো পৰ্ব্বতৰ বৃষ্টি ॥৬৪১॥
শিখৰে শিখৰে পৰি উফৰিয়া যাই।
শৰীৰত পৰি গৈয়া অগনি বজাই॥
দেৱবীৰ্য্য কলেৱৰ বজ্ৰসে সাক্ষাত।
পৰ্ব্বত পৰিয়া কি কৰিবে তাসম্বাত ॥৬৪২॥
দেখিলন্ত সুগ্ৰীৱে পৰ্ব্বত গোট আসে।
এক প্ৰহৰৰ পন্থ জুৰি আগে পাছে॥
উৰ্দ্ধে প্ৰহৰেক পন্থ হৰন্ত চৰাই।
লাঠি হানি সুগ্ৰীৱে ভাঙ্গিলা বাম পাই ॥৬৪৩॥
হানিলা সুগ্ৰীৱে গিৰি আপোনাৰ বলে।
যেন পৱনৰ বেগে গিৰিগোট চলে॥
তেনয় সমান বালি পৰ্ব্বতক ভাঙ্গি।
লাঞ্জে মেঢ়াই প্ৰহাৰিলা সুগ্ৰীৱক লাগি ॥৬৪৪॥
ৰাঘৱে বোলন্ত লখাই কি কৰোঁ উপায়।
বালি সুগ্ৰীৱৰ একো চিন যে নপাই॥
বালি বুলি মাৰোঁ যদি সুগ্ৰীৱ মৰিব।
সংসাৰত মোৰ বৰ অখ্যাতি ৰহিব ॥৬৪৫॥
কিনো কৰি বিধি মোক ফেলাইলেক মুহি॥
সংসাৰৰ পাপ বৰ হৈবো মিত্ৰদোহী॥

লক্ষ্মণে বোলন্ত প্ৰভু শুনিয়ো শ্ৰীৰাম।
অসতৰ্কে সাধিবাক নোৱাৰি যে কাম ॥৬৪৬॥

সুগ্ৰীৱৰ পলায়ন

সুগ্ৰীৱে ইহেন কালে কঙ্কালত ধৰি।
ফেলাইলা বালিক পৃথিৱীত যে আচাৰি ॥
আচাৰতে বালি ৰাজা মূৰ্চ্ছাগত ভৈলা।
ছেগ বুজি সুগ্ৰীৱ যে উঠিয়া পলাইলা ॥৬৪৭॥
ঋষ্যমুখ পৰ্ব্বতত আহিয়া পৰিলা।
মহাদুখে বিষে বাঁৰে কেঙ্কাইবাক লৈলা ॥
বালিও চেতনা পাই খেদাক বসাইলা।
খেদি লগ নাপাই বালি কিষ্কিন্ধ্যাক গৈলা ॥৬৪৮॥
বালি সুগ্ৰীৱৰ যুদ্ধ অদ্ভুত-প্ৰমাণ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৬৪৯॥

## ৰাগ বেলোৱাৰ

সুগ্ৰীৱে ৰামক নিন্দে

সুগ্ৰীৱ পলাইলা যেৱে ৰাঘৱ আসিলা তেৱে হে
আসিলা বালিক নামাৰিয়া।
সুগ্ৰীৱ পলাইলা দেখি মুজি আতি দুই আখি হে
দুই ভাই গৈলন্ত ফিৰিয়া ॥৬৫০॥
ঋষ্যমুখ গিৰি পাই পৰিলেক মূৰ্চ্ছা যাই হে
শৰীৰ শোণিতে তিস্তি যাই।
ঘাৰমূৰি খাই পৰি তত-চূত্তি পৰিহৰি এ
থাকিলেক মৃতপ্ৰায় হুই ॥৬৫১॥

কতো বেলি ধীৰে ধীৰে পৰিয়া সুগ্রীৱ বীৰে হে
মহাদুখে কেঙ্কাইবাক লৈলা।
শ্রীৰাম লক্ষ্মণ দুই চাৰিও বানৰ যাই এ
সুগ্রীৱ বীৰক বেঢ়ি লৈলা ॥৬৫২॥
কতো বেলি চেতনক পাই চক্ষু মেলিলেক
ৰামক আগতে দেখিলন্ত।
ঘাৱ বিষ দুই পাই ক্রোধে ৰাঘৱক চাই এ
গৰিহা বচন বুলিলন্ত ॥৬৫৩॥
যোৱা ৰামচন্দ্র তুমি কিবা শত্রু ভৈলো আমি
তুমি হেন কপট কৰিলা।
মোৰ প্রাণ-বৈৰী বালি তাহাঙ্ক মাৰিবা বুলি এ
কিয় মোক মাৰাইবাক চাইলা ॥৬৫৪॥
বালিৰ হাতত মোৰ অস্থি-মজ্জা ভৈলা চূৰ
তুমি ৰঙ্গ চাহিয়া ৰহিলা।
বালিক আগতে পাই ধনু ধৰি ৰৈলা চাই এ
কি কার্য্যে বালিক নমাৰিলা ॥৬৫৫॥
কিনো নিদাৰুণ তুমি মহামিত্র ভৈলো আমি
তথাপি কৰিলা তুমি মন্দ।
এহিসে কার্য্যক চাই বনে বনে দুই ভাই এ
সীতা হৰি নিলা দশকন্ধ ॥৬৫৬॥
ব্রহ্ম-বধ সুৰা-পান গুৰু-দাৰা কৰে মন
মহাপাপ সুৱর্ণ-হৰণ।

বাজ-বধ তিৰী-বধ গুৰু-পিতৃ-মাতৃ-বধ এ
কৰে যত মহাপাপীগণ ॥৬৫৭॥
সৱাহাতে গুৰুতম মিত্র-হত্যা পাপ বৰ
ইয়াক আচৰে যিটো নৰ।
জানিবা সি দুৰাচাৰে নৰক ভুঞ্জিয়া মৰে এ
যাৱে থাকে চন্দ্র-দিৱাকৰ ॥৬৫৮॥
হেন মিত্র-দ্রোহ আতি কৰিবাক ভৈলা মতি
জানিলো তোমাৰ ভৈলা মন।
সূৰ্য্য-বংশে ভৈলা জাত কিছু জ্ঞান নাহি গাত এ
ধিক ধিক তোমাৰ জীৱন ॥৬৫৯॥
ৰঘুবংশ-শিৰোমণি পৰম ঈশ্বৰ জানি
তুমি সমে ভৈলো মিত্রৰতি।
একেশ্বৰ ত্রিভুৱন জিনিবাক পাৰা ৰণ এ
তভো মোৰ হেনসে বিপত্তি ॥৬৬০॥
ৰামৰ চৰণ চাপি মই বড় মহাপাপী
নধৰিবা কিছো মোত দোষ।
সৱে চিন্তিয়োক ৰাম সিদ্ধ হৈব মনকাম এ
ভণে কবি দুর্গাবৰ দাস ॥৬৬১॥

## ৰাগ সুৰাই ॥

ৰামৰ বুজনি

নোবোলা নোবোলা শুনিয়ো সুগ্রীৱ
তুমি মোৰ মহামিত্র।

নিন্দা যে মোহোক সখি বুলিছা কাৰ্য্যক লক্ষি
নিন্দাৰ যে মই হুওঁ পাত্ৰ ॥৬৬২॥
নামাৰিলো শৰ আমি কহো সখি শুনা তুমি
শুনা শুনা মোৰ অভিপ্ৰায় ।
যেন শোভে শশধৰ দুই ভাইৰ কলেৱৰ
ৰূপ দেখি দুইৰো সম কায় ॥৬৬৩॥
দিৱাকৰ-সম কান্তি দুইৰো দেহা জ্বলে আতি
বিভ্ৰম লাগিয়া গৈলা মোৰ ।
তোৰা দুই ভাই যেন তিল-সম নুহি হীন
দেহা জ্বলে অতি মনোহৰ ॥৬৬৪॥
গলে সুৱৰ্ণৰ মালা চন্দ্ৰসম জ্বলে কালা
শোভা পায় আতিকে সুন্দৰ ।
সিকাৰণে মই চাই কিছুমাত্ৰ ছিদ্ৰ নাই
নোৱাৰিলো কৰিবাক শৰ ॥৬৬৫॥
চিনিবাক নপাৰিলো বিভ্ৰম হুইয়া ৰৈলো
শুনা মিত্ৰ কহিলোহো তাক ।
শত্ৰুক মাৰন্তে যেনো মিত্ৰ হত হয় পুনু
শুনি সৱে নিন্দিব আমাক ॥৬৬৬॥
লক্ষ্মণ সহিতে আমি মনত ভাবিলো গুণি
নাপাইলো মইসে উপায় ।
নকৰিবা কিছো ৰোষ মোহোৰ এড়িয়ো দোষ
সখি তুমি নকৰিবা ভয় ॥৬৬৭॥

কিন্তু শুনা আপুনাৰ মালা এৰা হেম-হাৰ
গলৰ গুচায়ো এৰে সখি।
তুলসীৰ মালা এক গলে সখি পিন্ধিয়োক
থাকিবোহো মইযে নিৰখি ॥৬৬৮॥

তিনি চাৰি মান দিন দুখ দূৰ হৌক মন
ঘাৱ বিষ সৰে গুচিয়োক।
পাচে ৰঙ্গে সখি তুমি তয় সঙ্গে যাইবো আমি
দ্বাৰত বসিয়া গৰ্জ্জা তাক ॥৬৬৯॥

কিষ্কিন্ধ্যাৰ পশি বন চুপি থাকোঁ মনে মনে
যদি মই তাক দেখা পাওঁ।
ইবাৰ বালিক বাণ হানিয়া নলৈবো প্ৰাণ
তেৱে মই ব্ৰহ্ম-বধ পাওঁ ॥৬৭০॥

এহি বুলি ৰঘুনাথ অমৃত-সমান হাত
মাৰ্জ্জিলন্ত প্ৰভু তাৰ গাত।
সুস্থ হুয়া উঠি বসি ৰামৰ চৰণে পশি
স্তুতি কৰে কৰি জোৰ-হাত ॥৬৭১॥

পূৰ্ব্বত অধিক বল পাই অতি কুতূহল
মনে বৰ ভৈলন্ত উল্লাস।
ৰামৰ চৰণ সেৱি ৰাগ বিৰচিলা ছবি
ভণে কবি দুৰ্গাবৰ দাস ॥৬৭২॥

পদ ॥

সুগ্ৰীৱৰ ৰণ-সজ্জা আৰু যুদ্ধ-আহ্বান

সুগ্ৰীৱে শুনিয়া পাছে শ্ৰীৰাম-বচন ।
তুতি কৰিবাক লৈলা ধৰিয়া চৰণ ॥
নাজানি গৰ্জ্জিলো দোষ ক্ষমা ৰঘুপতি ।
ইহ পৰলোকে প্ৰভু তুমি মোৰ গতি ॥৬৭৩॥
স্বভাৱে বানৰ জাতি নিৰ্ব্বোধ সদায় ।
তুমি কৃপাময় প্ৰভু ক্ষমা মোৰ দায় ॥
শুনি ৰামচন্দ্ৰে তাঙ্ক আশ্বাস কৰিলা ।
দিন চাৰি পাঞ্চ দিন ঘাৰ পাসৰিলা ॥৬৭৪॥
সুগ্ৰীৱে ৰামৰ মালা গলত পিন্ধিলা ।
বালিক মাৰিবে শুভ মঙ্গলে চলিলা ॥
প্ৰদক্ষিণে ৰাঘৱক প্ৰণাম কৰিলা ।
জয়-বাদ্য কৰি ৰঙ্গে আনন্দে লৰিলা ॥৬৭৫॥
সুগ্ৰীৱ লক্ষ্মণ ৰাম বীৰ হনুমন্ত ।
পাছে যান্ত নল নীল বৃদ্ধ জাম্বৱন্ত ॥
বুলিলেক ৰাঘৱে বালিক দিয়া ডাক ।
মাৰো অবিলম্বে মিত্ৰ চিনায়ো আমাক ৬৭৬॥
এহি বুলি ধনু ধৰি শ্ৰীৰাম লক্ষ্মণে ।
সাৱধানে থাকিলন্ত কিষ্কিন্ধ্যাৰ বনে ॥
সুগ্ৰীৱে গৰ্জ্জিবে লৈলা দুৱাৰত বসি ।
কি কৰস দাদা তুমি গভৰত পশি ॥৬৭৭॥

নিচিন্তি আছস তুমি বাৰ্ত্তাক নাপাইলা।
তোমাৰ কনিষ্ঠ ভাতৃ কাল হুই আইলা ॥
সত্য কৰি বোলো দাদা যাইবা যমকাল।
পৰিতুষ্ট কৰা এৰে পুত্ৰ পৰিয়াল ॥৬৭৮॥
পাটেশ্বৰী লোক দেখা আছে যত তিৰী।
আজি ধৰি তোমাৰ গুচাইবো ৰাজ-ছিৰী ॥
সুগ্ৰীৱৰ নাদ শুনি বালি ৰাইৰ কোপ।
আজি ধৰি মাৰোঁ বুলি কৰয় আটোপ ॥৬৭৯॥
ত্বৰিতে ওলাইলা বীৰ ঘোৰ নাদ কৰি।
আগ বাঢ়ি বিনাৰন্ত তাৰা পাটেশ্বৰী ॥
বেঢ়ি আছে তাৰা আদি যত পত্নীগণ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৬৮০॥

## ৰাগ গুঞ্জৰী ॥

তাৰা পাটেশ্বৰীয়ে বালিক বাধা দিয়ে

শুনা প্ৰাণেশ্বৰ বোলোহো আমি।
সমৰ মধ্যক নাযাইবা তুমি ॥৬৮১॥
শুনা প্ৰাণেশ্বৰ হে
টিকৰ সুস্বামী তুমিসে মোৰ।
সৰু ভাই সমে এৰা সমৰ ॥৬৮২॥
বানৰ কুলক পালন কৰি।
মাণিক্যৰ দণ্ড পাট পৰিহৰি ॥৬৮৩॥

শুনা প্ৰভু দেৱ কি কাজ ৰণে ।
প্ৰাণত অধিক সোদৰ সমে ॥৬৮৪॥
অঙ্গদ কুমৰ প্ৰাণত অধিক ।
তাঙ্ক এৰি যাস ৰণে কিসক ॥৬৮৫॥
মই শান্তি কন্যা আছো পাটেশ্বৰী ।
অমৰাৱতী বেছি কিষ্কিন্ধ্যা পুৰী ॥৬৮৬॥
বাহুবলে বৈৰসৱ জিনিলা ।
বৰ যশ-ৰাশি তুমিসে পাইলা ॥৬৮৭॥
দুৰ্জ্জয় ৰাৱণ ৰাজাক ধৰি ।
কাষতল চিপি সাগৰান্ত কৰি ॥৬৮৮॥
সাত দ্বীপে যত বানৰগণ ।
কৰ দিয়া সেৱে তযু চৰণ ৬৮৯॥
সুগ্ৰীৱৰ প্ৰাণ পালন কৰা ।
যুৱৰাজ কৰা বৈৰতা এৰা ॥৬৯০॥
সোপনৰ কথা শুনিয়ো স্বামী ।
আজি ৰাত্ৰি নিদ্ৰাত দেখিলো আমি ॥৬৯১॥
হৃদয়ত মোৰ লাগিলা আতি ।
তোমাৰ মাথা নেদেখো তাতি ॥৬৯২॥
পৰিলা ভূমিত উপৰ ঘোৰে ।
শয়ন কৰিলা উত্তৰ শিৰে ॥৬৯৩॥
তযু সিংহাসনে সুগ্ৰীৱ বসি ।
মৃতিকাৰ ইটা ভুঞ্জে হৰিষি ॥৬৯৪॥

ৰুধিৰক খাই সঘনে হাসে।
প্ৰসন্ন বদন দেখি হৰিষে ॥৬৯৫॥
নানা বিধ ৰঙ্গ কৰে কৌতুক।
মন্ত্ৰীসকলে কৰে আনন্দক ॥৬৯৬॥
মৃতিকাক ভুঞ্জে সঘন কৰি।
ধৱল ছত্ৰক উপৰে ধৰি ॥৬৯৭॥
হেন বৰ স্বপ্ন দেখিলো আমি।
এতেকে সমৰে নাযাইবা স্বামী ॥৬৯৮॥
পূৰ্ব্বমত দুয়ো হুয়ো মিলন।
ভণে দুৰ্গাবৰে ৰাম-চৰণ ॥৬৯৯॥

## ৰাগ শ্ৰীগন্ধকালী ॥

বালিৰ বুজনি

বালি বোলে পাটেশ্বৰী শুনা কহো নিষ্ঠ কৰি হে
যুগুত বচন কহা শুনো।
হেন কি জানস তই পৃথিৱী-মণ্ডলে মই
আমাক জিনন্তা আছে কোনো ॥৭০০॥
উদয় গিৰিক লাগি হিমালয় গিৰি দাঙ্গি
নিবাক আছয় মোৰ সক্ষ।
মোক সমৰক লাগি আজ্ঞা নেদা কিক লাগি
সুগ্ৰীৱ যে আমাৰ বিপক্ষ ॥৭০১॥
তোমাৰ শৰীৰ সন্ধি মোহোৰ শৰীৰে বান্ধি
সুগ্ৰীৱক আজ্ঞি দিওঁ ৰণ।

সমৰ মধ্যক যাওঁ স্নুগ্ৰীৱক মাৰি থওঁ
পালটি আসিবো এতিক্ষণ ॥৭০২॥
সপনৰ কথা মানে কহিলা আমাৰ স্থানে
জানিবা সকলে আলজাল ।
বাধা-বচনক কিক নুবুলিবা প্ৰাণাধিক
জাণ্টে মই যাওঁ যুদ্ধ-শাল ॥৭০৩॥
পাটেশ্বৰী জায়া তুমি সমৰক যাওঁ আমি
মাৰোঁ গই স্নুগ্ৰীৱক ৰণে ।
তুমি থাকা ৰঙ্গ কৰি ৰাজ্য প্ৰতিপাল কৰি
মুহূৰ্ত্তে আসিবো এতিক্ষণে ॥৭০৪॥
আকে জানি পাটেশ্বৰী কিষ্কিন্ধ্যাক স্নুখ কৰি
ভুঞ্জা এৰি মন অসন্তোষ ।
ৰামৰ চৰণ সেৰি পদ বিৰচিলা ছবি
ভণে কবি দুৰ্গাবৰ দাস ॥৭০৫॥

**ৰাগ বসন্ত ॥**

তাৰাৰ স্নপৰামৰ্শ

বোলে তাৰা পাটেশ্বৰী হে
মোৰ বাক্য শুন ।
আমাৰ দক্ষিণ চক্ষু নাচে ঘনে ঘনে ॥৭০৬॥
আজি সমৰক প্ৰভু হে এৰিয়োক মন ।
যুদ্ধ এৰি ৰাজ্য স্নুখে কৰিয়ো পালন ॥৭০৭॥

দিন চাৰি মান ভৈলা হে সুগ্ৰীৱ দেৱৰ ।
তোমাক সমুখে হাৰি গৈলেক সমৰ ॥৭০৮॥
হেন জানা বিনা গহে আসি পুনৰুপি ।
গৰ্জ্জন্তে আছয় বীৰ দুৱাৰত চুপি ॥৭০৯॥
আৱৰ কাহিনী কহো হে শুনা প্ৰভু নাথ ।
অকাজ মিলিব প্ৰভু হৈবোহো অনাথ ॥৭১০॥
কিন্তু এক বাৰ্ত্তা বৰ হে শুনিলো বিচিত্ৰ ।
ৰাঘৱ ভৈলন্ত শুনো সুগ্ৰীৱৰ মিত্ৰ ॥৭১১॥
ৰিপু-কুল-বিমৰ্দ্দন হে ৰাম ৰঘুমণি ।
তাহাক সমুখে ৰণ জিনিবেক কুনি ॥৭১২॥
পৃথিৱী-মণ্ডলে ৰাম হে স্বৰ্গ সাত তাল ।
জিনিবাক পাৰে সাত তাল যে পাতাল ॥৭১৩॥
জানিবা স্বৰূপ ৰূপেহে তোমাৰ কনিষ্ঠ ।
তেহে সমে সুগ্ৰীৱ ভৈলন্ত মহামিত্ৰ ॥৭১৪॥
ৰাঘৱে সহিতে প্ৰভু হে বাদ নুযুৱাই ।
শুনিয়ো কহিবো কথা তোমাত দুনাই ॥৭১৫॥
আপোনাৰ কনিষ্ঠ যে হে সুগ্ৰীৱক আনি ।
সত্বৰে পাতিয়ো যুৱৰাজ শুনা স্বামী ॥৭১৬॥
সোদৰ কনিষ্ঠ ভাই হে তাৰ মুখ চাই ।
যত দোষ-গুণ প্ৰভু ক্ষেমিতে যুৱাই ॥৭১৭॥
কাকুতি কৰিছো প্ৰভু হে তেজা ৰোষ সৰ্ব্ব ।
তোমাতে সে নকৰি কৰিব কাত গৰ্ব্ব ॥৭১৮॥

কিষ্কিন্ধ্যানগৰ মাজে হে তুই কৰা ৰাজ্য।
মিলন হৈলেসে সুখী হৈবে সৱ ৰাজ্য ॥৭১৯॥
বালি ৰাজা সুগ্ৰীৱ যে হে ভাই তুই জন।
সৰ্ব্ব সুখী প্ৰজা সৱ হৈব ৰঙ্গমন ॥৭২০॥
তুয়োৰে বীৰত্ব-যশ হে কৰিব প্ৰকাশ।
ভণে কবি তুৰ্গাবৰ ৰাম-পদ আশ ॥৭২১॥

পদ ॥

বালিৰ ৰণ-যাত্ৰা ; নানা বিমঙ্গল

বালি বোলে শুনা জানো পাটেশ্বৰী তাৰা।
দশৰথ পুত্ৰ ৰাম পালে সসাগৰা ॥
তাঙ্ক লাগি মোৰ কিছু ভয় নজন্ময়।
ন্যায়-পথ বীৰ তেওঁ সদা সত্যময় ॥৭২২॥
ৰাজ্যৰ নিমিত্তে যুদ্ধ ঘটিছে আমাৰ।
কি কাৰ্য্যত ৰামচন্দ্ৰে কৰিবাহা মাৰ ॥
তিৰি-বৈৰী পিতৃ-বৈৰী সীমা-বৈৰী নোহা।
কিবা হেতু ৰামে আহি মোৰে যুজিবাহা ॥৭২৩॥
কোন অপৰাধে ৰামে বধিব আমাক।
বাহুৰিয়া পাটেশ্বৰী ঘৰে বসি থাক ॥
তথাপি বালিক তাৰা বুজাই বুলিলন্ত।
ভকতৰ অৰ্থে ৰামে অন্যায় কৰন্ত ॥৭২৪॥
নুশুনিলে বালি ৰাজা তাহাৰ বচন।
প্ৰবোধি পঠালে ৰাজপুৰীৰ ভুৱন ॥

বাধাক হুগুনি বালি সমৰক যাই।
মাথাৰ উপৰে কাক শগুন উৰাই ॥৭২৫॥
বাম পাৰ্শ্বে সৰ্প যাই ডাহিনে শৃগাল।
কাক গৃধ্র পক্ষী যে আকাশে পালে পাল ॥
হাচি জেঠি নামানিয়া ৰণক গমন।
বালি সুগ্ৰীৱৰ দুইৰো ভৈলা দৰিশন ॥৭২৬॥

বালি-সুগ্ৰীৱৰ ৰণ

দুইকো দুই গৰ্জ্জিয়া গৰ্জ্জিয়া পাৰে গালি।
লাগি গৈলা সমৰ সুগ্ৰীৱ আৰু বালি ॥
হৰি-শঙ্কৰৰ যেন মিলিলা সমৰ।
গ্ৰহ-যুদ্ধ ভৈলা যেন মঙ্গল-বুধৰ ॥৭২৭॥
বলি-বাসৱৰ যেন মিলিলাহা ৰণ।
বালি-সুগ্ৰীৱৰ ভৈলা সেহি যে ঘটন ॥
শ্ৰম কৰি বালি ৰাই মহা বেগে আইলা।
সুগ্ৰীৱৰ বক্ষস্থলে মুঠি প্ৰহাৰিলা ॥৭২৮॥
ক্ষেণেক মূৰ্চ্ছিত থাকি ভৈলেক সজীৱ।
ভয়ঙ্কৰ দুই শাল হানিলা সুগ্ৰীৱ ॥
হৃদয়ত পৰি বীৰ বালি মূৰ্চ্ছা গৈলা।
মুহূৰ্ত্তে উঠিয়া বাৰে সুগ্ৰীৱক ধাইলা ॥৭২৯॥

ৰামচন্দ্ৰই বালিলৈ শৰ মাৰে

হেন দেখি ৰামচন্দ্ৰে দেখি বিদ্যমান।
চিনিলো বালিক আৰে কৰিবো সন্ধান ॥
নিচিনি নাজানি পূৰ্ব্বে অপযশ পাইলো।
মাৰো বুলি শপথ কাঢ়িয়া পুনু আইলোঁ ॥৭৩০॥

সন্ধান কৰিলা শৰ সেহি সময়ত ।
বিস্বাদ শৱদে শৰ পড়িল হিয়াত ॥
ক্রৌঞ্চক ভেদিলা যেন কার্ত্তিকৰ শৰে ।
হৃদয়ক ভেদি শৰ পৃথিৱীক জোৰে ॥৭৩১॥
হা হা মৰিলোহো বুলি পৰিলেক বালি ।
পৃথিবী বালিৰ দেহা থৈলে দুইকো শালি ॥

বালিয়ে ৰামক নিন্দে

সাধিলোহো সুগ্ৰীৱ মিত্রৰ যত কাজ ।
এহি বুলি ৰাঘৱ বনৰ ভৈলা বাজ ॥৭৩২॥
মাথা পালটাই বালি পাঞ্জৰক চাইলা ।
বন হন্তে আসন্তে ৰামক দেখা পাইলা ॥
ৰক্তবর্ণ চক্ষু কৰি পাৰিলন্ত গালি ।
ধিক ধিক ৰাঘৱ অধম পাপশালী ॥৭[illegible]॥
পাপময় ৰাম তুমি পাপৰ আচাৰ ।
পাপ বুধি ধৰে ইটো শৰীৰ তোমাৰ ॥
নাজানা কৰিয়া শৰ কাৰিলাহা কিক ।
তোমাৰ বীৰত্ব ৰাম শুনিছো অধিক ॥৭৩৪॥
ক্ষেত্র জাতি হুয়া তুমি বীৰৰ প্ৰধান ।
বিৰলে থাকিয়া শৰ কৈলা কি কাৰণ ॥
লাজ এৰি ৰাম তুমি মাথা তুলি চাহা ।
হৃদয় বিদাৰি মোৰ শোণিত পিয়াহা ॥৭৩৫॥
কোন কাজে বনৰ বানৰ মাৰিলাহা ।
ডোখোৰা-ডুখুৰি মাংস কৰি কাটি খাহা ॥

সুভুঞ্জে উত্তম জাতি আমাৰ যে মাংস।
যজ্ঞত নালাগে বানৰৰ পাঞ্চ নখ ॥৭৩৬॥
সূৰ্য্য বংশ সমস্তৰ শিৰৰ মুকুট।
নিৰ্ম্মল কুলৰ তুমি ভৈলা কালকূট॥
দশৰথ নৃপতিক ভালে জানো আমি।
অদভুত ক্ষেত্ৰি তেহে যুগুত সংগ্ৰামী ॥৭৩৭॥
তান পুত্ৰ ভৈলা তুই অধম-আচাৰ।
নিৰপৰাধীক মাৰি পাইলা খিলিস্কাৰ ॥
মোতে বুলিলাহাহন্তে সীতাৰ কাৰ্য্যক।
আজি বান্ধি দিব পাৰো আনি ৰাৱণাক ॥৭৩৮॥
আমাক এড়িয়া সুগ্ৰীৱক কৈলা সাৰ।
সিংহ এড়ি শৃগালত গহ যে তোমাৰ॥
সুগ্ৰীৱে সাধিবে কাৰ্য্য নোৱাৰিবে ভালে।
যদিবা সাধিবে পাৰে বহু পাছ কালে ॥৭৩৯॥
অধিক নিন্দিবে ৰাম মোৰ নাই কাজ।
আচাৰত হীন তুমি ধৰ্ম্মে ভৈলা বাজ॥

ৰামৰ প্ৰত্যুত্তৰ

শুনি ৰামে বালিক বুলিলা লক্ষ কৰি।
মোহোক নিন্দিলা শাস্ত্ৰ বিচাৰ নকৰি ॥৭৪০॥
নিন্দাৰ উত্তৰ শুন পাপিষ্ঠ বানৰ।
সমস্ত শৰীৰ তোৰ পাপৰ আচাৰ॥
কাৰ্য্যত লক্ষিলো তোক পাপৰ সাগৰ।
কনিষ্ঠৰ ভাৰ্য্যা লই কৰি আছা ঘৰ ॥৭৪১॥

সূৰ্য্যক চাহিবে লাগে তোহোক দেখিলে ।
সিকাৰণে শৰ তোক কৰিলো বিৰলে ॥
প্ৰতিজ্ঞা পালিলো স্নুগ্ৰীৱক দিলো ৰাজ ।
অকাৰণে আমাক নিন্দস কপিৰাজ ॥৭৪২॥
তোৰ পাপ গুচিলেক মোৰ হাতে পৰি ।
স্বৰ্গ-ভোগ কৰ তই বিমানত চৰি ॥
ৰামৰ বচনে তাৰ উপজিল জ্ঞান ।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৭৪৩॥

## ৰাগ বৰাৰি ॥

বালিৰ অন্তিম বিলাপ

বালি বোলে ৰামচন্দ্ৰ হে কৰোঁ নমস্কাৰ ।
তোমাৰ স্ৰজনা ইটো সংসাৰ ॥৭৪৪॥
নিচিনি বুলিলো যত হে মই নিন্দা-বাক ।
পশিলো শৰণ প্ৰভু ক্ষেমিয়ো আমাক ॥৭৪৫॥
তোমাৰ শৰত মোৰ হে ভৈলা সদগতি ।
অঙ্গদক অনুশোচ কৰোহো সম্প্ৰতি ॥৭৪৬॥
নিতে নিতে পুত্ৰ মোৰ হে কোলে চাপি ক্ৰীড়ে ।
ৰামৰ শৰত তোৰ পিতৃ প্ৰাণ এৰে ॥৭৪৭॥
অচিৰ কালত মোৰ হে মিলিলা বিসাল ।
কাহাৰ আশ্ৰয়ে পুতাই বঞ্চিবিহি কাল ॥৭৪৮॥
হা হা অঙ্গদাই মোৰ হে প্ৰাণ-সমসৰ ।
একো দুখ নাজানিলা স্নুখীয়া কুমাৰ ॥৭৪৯॥

মই মৰি যাওঁ হেৰা হে অঙ্গদাই বাপি।
বাপ বুলি থাকিবি কাহাৰ গল চাপি॥৭৫০॥
হৰি হৰি দগধয় হে সুললিত দেহ।
শয়নে ভোজনে বাপ তোত বৰ স্নেহ ॥৭৫১॥
অকস্মাতে ৰামে মোৰ হে যমক ডাকিলে।
শুজিবে নাপাইলো ধাৰ লাগিয়া থাকিলে ॥৭৫২॥
শুনা শুনা বোলো মই হে সুগ্ৰীৱ সোদৰ।
কোপ পৰিহৰি মোক কোল চাপি ধৰ ॥৭৫৩॥
গৰ্ভতে আছিলো দুয়ো হে ভাই এক ঠাই।
কোন দৈৱ বিধিয়ে থৈলন্ত বেলগাই ॥৭৫৪॥
দুই ভাইৰ কপালত হে কিছো নাই যোগ।
দুয়ো মিলি নকৰিলো কিষ্কিন্ধ্যাৰ ভোগ ॥৭৫৫॥
হৰি হৰি বান্ধৈ মোৰ হে তাৰা পাটেশ্বৰী।
বিপাঙ্গে মৰিলো তোৰ বচন নধৰি ॥৭৫৬॥

সুগ্ৰীৱৰ ক্ৰন্দন

বালিৰ কাৰুণ্য শুনিহে কান্দন্ত সুগ্ৰীৱ।
হাকুলে ব্যাকুলে বীৰে হানিলন্ত হিয় ॥৭৫৭॥
কি কৰিলো পাপী মই হে অধম যে হেঠ।
ৰাজ্য-লোভে মৰাইলো পিতৃ-সম জেঠ ॥৭৫৮॥
দাদা বোলো মুণ্ড তুলি হে চাহা মোৰ মুখ।
প্ৰাণ মোৰ সঙ্কলে দেখিয়া তোৰ দুখ ॥৭৫৯॥
হেন বুলি বালিৰ আঙ্কলি ধৰি গলে।
নগৰ ব্যাপিলা দুইৰো ক্ৰন্দনৰ ৰোলে ॥৭৬০॥

নগৰত ভৈলা বৰ হে ক্রন্দনৰ ৰোল।
ভণে কবি দুর্গাবৰ ৰাম ৰাম বোল ॥৭৬১॥

পদ ॥

তাৰা পটেশ্বৰীৰ বিলাপ

শুনি তাৰা পাটেশ্বৰী নগৰ পলাইল।
দশোদিশ লাগিয়া বানৰ পলাইলা ॥
হিয়ে মুষ্ঠি হানিয়া স্বামীৰ পাশে যাই।
শোকতে অস্থিৰ দেৱী কান্দে দীৰ্ঘৰাই ॥৭৬২॥
সংসাৰ আধাৰ জ্ঞানে শোকতে কান্দন্ত।
বানৰীসকলে বেঢ়ি প্ৰবোধ বোলন্ত ॥
নাকান্দা নাকান্দা দেৱী এৰা শোক মন।
ভণে কবি দুর্গাবৰ ৰামৰ চৰণ ॥৭৬৩॥

ৰাগ অহিৰ ॥

আ কি প্ৰভু হে
আমি ভৈলো বৰ যে অনাথ।
মোহোৰ টিকৰ স্বামী একেশ্বৰী ভৈলো আমি
চৰণত প্ৰণমিয়া মাথ ॥৭৬৪॥
বালিক ভূমিত হেৰি কান্দে তাৰা পাটেশ্বৰী
কথমপি আছে মাত্র প্ৰাণ।
পূৰ্ণিমাৰ শশী যেন প্ৰকাশ কৰয় তেন
পৰি আছে পৰ্ব্বত সমান ॥৭৬৫॥

শৰীৰত চেষ্টা নাই নাসাত নিশ্বাস নাই
ৰাঘৱৰ শৰে আছে শালি।
স্বামীক সাৰটি ধৰি হৃদয়ত পৰি পৰি
স্বামীক বিলাপি কান্দে হালি ॥৭৬৬॥
অঙ্গদ কুমাৰ কাছে ক্ৰন্দন কৰন্তে আছে
তযু দুই চৰণত পৰি।
সহস্ৰেক মহাদেই ক্ৰন্দন কৰন্ত গই
ভূমিত পৰিয়া গৰাগৰি ॥৭৬৭॥
শিখৰ্ সিন্দূৰ মোৰ খসাই কৰাইলা দূৰ
ৰাজযোগ্য নানা অলঙ্কাৰ।
পতিব্ৰতা নাৰী হওঁ কেনমতে সহিবোহো
মহাদুখ বিধৱাৰ ভাৰ ॥৭৬৮॥
মই গৰ্জ্জিলোহো তোক সেহি গৰ্জ্জিবেক মোক
বিৰহতে থাকিবোহোঁ পৰি।
অনাথ হৈলেক বৰ অঙ্গদ যে পুত্ৰ বৰ
স্বামী সঙ্গে গৈলা সিও মৰি ॥৭৬৯॥
তোমাৰ প্ৰসাদে ৰাজ পৃথিৱী-মণ্ডল মাজ
আছিলোহো ৰাজ-ৰাজেশ্বৰী।
শত্ৰুপক্ষ নৃপগণ পাটেশ্বৰী যত মান
আছিল আমাক সেৱা কৰি ॥৭৭০॥
হাকুলে ব্যাকুলে কৰি হৃদয়ত মুষ্ঠি মাৰি
ৰাজাৰ কোলাত পাটেশ্বৰী।

গাৱত নাহিকে সাৰি স্থগ্ৰীৱে আছন্ত ধৰি
কৈক যাস মোক পৰিহৰি ॥৭৭১॥
আমাৰ বচন তুমি নধৰিলা প্ৰভু স্বামী
আন্ধাৰ কৰিলা দশ দিশ।
আপদৰ সময়ত সুহৃদৰ বাক্য যত
দেখিলাহা তুমি যেন বিষ ॥৭৭২॥
পুত্ৰ যেৱে ৰাজা হৱে বোলাইবেক ৰাজমাৱে
অনুৰূপে সম্পদক পাই।
হাত তোলা কৰি আনি কিছু কিছু ধনখানি
যদিবা হোৱয় বাপ ভাই ॥৭৭৩॥
স্বামী ভৈলা ৰাজা যাৰ সৰ্ব্ব ৰাজ্য অধিকাৰ
সেৱা কৰে যত ৰাজাগণে।
ৰামৰ চৰণ সেৱি পদ বিৰচিলা ছৱি
কবিবৰ দুৰ্গাবৰ ভণে ॥৭৭৪॥

**ৰাগ চালনি ॥**

সুগ্ৰীৱৰ প্ৰতি তাৰা

তাৰা বোলে শুন শুন শুন শুন
আমাৰ বচন শুন।
তোৰ ভাতৃ জ্যেষ্ঠ কৰাইলিহি হত
অন্যায় কৰাই ছন্ন ॥৭৭৫॥
শুনিয়ো সুগ্ৰীৱ মাৰা মোৰ জাৱ
ৰাখিবাৰ তুহি যোগ্য।

কিষ্কিন্ধ্যাৰ পাটে শোভি দণ্ড ছত্রে
কৰিয়োক ভোগ ৰাজ্য ॥৭৭৬॥
শুনা যুৱৰাজ কৰিলি অকাজ
স্বামীক মৰাঁইলি মোৰ।
তই বধ-হেতু ভৈলা ধূম্রকেতু
তোৰ ভৈলা খিলিস্কাৰ ॥৭৭৭॥
বৰ যশ পাইলি জ্যেষ্ঠক মৰাইলি
বিলম্ব কিসক কৰা।
বৰ সুখ হৌক বধিয়োক মোক
গলে দাঙ্গ দিয়া মাৰা ॥৭৭৮॥

সুগ্ৰীৱৰ সমিধান

তাৰাৰ বিলাপে লাগিলন্ত তাপ
সুগ্রীৱে তুলিয়া মাথ।
তাৰাক যে চাই বোলন্ত বিনাই
জোৰ কৰি দুই হাত ॥৭৭৯॥
শুনিয়ো গোসানী নিন্দা বোলা বাণী
মোতে পুনু দিয়া দায়।
পূৰ্ব্বৰ বৃত্তান্ত জানা যে সমস্ত
তভো নিন্দা মোক আই ॥৭৮০॥
তথাপি নিন্দস মোকে দিয়া দোষ
জানি তুমি দোষ-গুণ।
দুর্গাবৰ দাসে ভণে অপ্রয়াসে
প্রণমি ৰাম-চৰণ ॥৭৮১॥

পদ ॥

ৰামৰ প্ৰতি তাৰাৰ অভিশাপ

তাৰা বোলে ৰাম তুমি পৰম ধাৰ্ম্মিক ।
বিমুখ সমৰে স্বামী মাৰিলাহা কিক ॥
শুনা ৰাম যেন তুমি কৰিলাহা পাপ ।
সীমা-দণ্ড কৰি আজ্ঞা দেওঁ কিছু শাপ ॥৭৮২॥

বাহুৰ প্ৰতাপে তুমি সীতাক লভিবা ।
অগ্নিত পৰীক্ষা কৰি অযোধ্যাক নিবা ॥
তথু পত্নী সীতা দেৱী হোন্ত মহাশান্তি ।
তোমাক এড়িয়া সীতা শোক লগাইবন্তি ॥৭৮৩॥

মই যেন শোক পাইলো স্বামীৰ বিয়োগে ।
তোমাক বঞ্চিব সীতা দেৱীৰ সম্ভোগে ॥
হৃদয়ত প্ৰণয়-বিৰহ দিয়া শাল ।
তোমাক বঞ্চিয়া দেৱী যাইবন্ত পাতাল ॥৭৮৪॥

বালিৰ মৃত্যু

পাছে কতোক্ষণে সচেতন ভৈলা বালি ।
চক্ষু মেলি কুটুম্বক চাইলা মাথা তুলি ॥
দেখন্ত অঙ্গদ চৰণত পৰি আছে ।
সমস্ত সমাজ বেঢ়ি কান্দি আগে পাছে ॥৭৮৫॥

ডাইন হাতে অঙ্গদক আলিঙ্গিলা ধৰি ।
বাম হাতে ধৰিলন্ত তাৰা পাটেশ্বৰী ॥
হৰি হৰি পুত্ৰ মোৰ তাৰা পাটেশ্বৰী ।
সৱাকো এৰিয়া হেৰা মই যাওঁ মৰি ॥৭৮৬॥

ভয়াই স্থগ্ৰীৱ মোৰ বচনক শুন ।
মৃতক ভাতৃৰ নধৰিবা দোষ-গুণ ॥
যুৱৰাজ কৰি অঙ্গদক ভালে ৰাখা ।
মোৰ বলে-ৰীৰ্য্যে পুত্ৰ তোব হৈব সখা ॥৭৮৭॥
এহি বুলি স্থগ্ৰীৱক মুখে চুমা দিলা ।
অঙ্গদ পুত্ৰক হাতে হাতে সমৰ্পিলা ॥
শুনা বোলো প্ৰাণ-বাপ তনয় অঙ্গদ ।
তোহোৰ খুৰায়ে পাইলা ৰাজ্যৰ সম্পদ ॥৭৮৮॥
যিটো পুত্ৰে গুৰু-লঘু মানে নিৰন্তৰ ।
সেহি পুত্ৰে হয় বাছা কুল-বংশধৰ ॥
প্ৰণামোহা ৰামচন্দ্ৰ কৰি হাত জোৰ ।
অল্পমতি বান্দৰৰ সদা মুখ-পোৰ ॥৭৮৯॥
শৰৰ বিষত যত কৈলো অহঙ্কাৰ ।
সি সকলো যেন প্ৰভু ক্ষমাহা আমাৰ ॥
এহি বুলি গল হন্তে খসাই দিব্য মালা ।
প্ৰণতি কৰিয়া শ্ৰীৰামৰ হাতে দিলা ॥৭৯০॥
শুনা শুনা শুনা প্ৰভু ৰাম ৰঘুবৰ ।
দিয়া মালা স্থগ্ৰীৱৰ মাথাৰ উপৰ ॥
অঙ্গদ কুমাৰ মোৰ তাৰা পাটেশ্বৰী ।
দুইহান্তকে প্ৰভু পালিবাহা ভাল কৰি ॥৭৯১॥
বালিক সম্বুধি মাতিলন্ত প্ৰভু ৰাম ।
ভাৰ্য্যাপুত্ৰ-শোক তুমি কৰা উপশাম ॥

তোমাতে অধিক কৰি সুগ্ৰীৱে পালিব।
আনন্দিত মনে কাল ৰাজ্য-ভোগে নিব ॥৭৯২॥
এহি বুলি মালা ৰামে দিলা সুগ্ৰীৱক।
বিমানত চৰি বালি যান্ত সুৰলোক ॥
থৰমৰ ভৈলা বালি ৰাইৰ হাত ভৰি।
অচেতন হুয়া থাকিলন্ত দান্ত তৰি ॥৭৯৩॥
ৰুধিৰ-লেপিত বাণ বাজ হৈয়া গৈলা।
চিকমিকি কৰি যেন আদিত্যৰ খেলা ॥
সাগৰত স্নান কৰি শুদ্ধ হুয়া যাই।
ৰাঘৱৰ টোণত পশিলা ক্ষন্তেকাই ॥৭৯৪॥
স্বামীক বেঢ়িয়া কান্দে পাটেশ্বৰী লোকে।
সুগ্ৰীৱে কান্দন্ত আতি জ্যেষ্ঠ ভাইৰ শোকে ॥
ৰাঘৱে বোলন্ত মিত্ৰ নুহিকে যুগুত।
বিস্তৰ ক্ৰন্দন নুহি মৃতকৰ হিত ॥৭৯৫॥

বালিৰ অন্ত্যেষ্টি-কাৰ্য্য

জাণ্টে চিতা পাতিয়োক বহল বিস্তৰ।
তাতে তুলি বালিক যে কৰিয়ো সংহাৰ ॥
লক্ষ্মণে বোলন্ত শুনা ৰাণী পাটেশ্বৰী।
যুগুত বচন শুনা ক্ৰন্দনক এৰি ॥৭৯৬॥
চতুৰ্দ্দোল আনি তাতে বালিৰাইক তোলা।
সুগ্ৰীৱে অঙ্গদ দুই কান্ধে লক দোলা ॥
শিৰোগত কৰিলন্ত লক্ষ্মণৰ বোল।
তেতিক্ষণে অনাইলেক দিব্য চতুৰ্দ্দোল ॥৭৯৭॥

সুগ্ৰীৱ অঙ্গদ দুয়ো কান্ধে কৰি লৈলা।
বালিক বাহিয়া দুয়ো নদী-কূলে নিলা॥
হনুমন্ত প্ৰমুখে বিশেষ কপিগণ।
বড় বড় বৃক্ষ আনি পাতি চিতাখান ॥৭৯৮॥
তুলিয়া বালিক তাতে দহন কৰিলা।
অনুগামী যাইতে তাৰা ৰামে নিষেধিলা।
থাকোক শ্মশান অগ্নি মই দিলো বৰ।
যাৱত গগনে থাকে চন্দ্ৰ দিৱাকৰ ॥৭৯৯॥
তাৱত থাকিব তোৰ পতিব্ৰতা ধৰ্ম্ম।
অঙ্গদে কৰোক বালি ৰাইব প্ৰেত-কৰ্ম্ম॥
ৰামৰ বচনে তাৰাদেৱী পাটেশ্বৰী।
শোকে দুখে চলি গৈলা কিষ্কিন্ধ্যানগৰী ॥৮০০॥
কৰিলা উদক-ক্ৰিয়া পিণ্ড-জলাঞ্জলি।
সসাঙ্গ কৰিয়া জ্ঞাতি ভুঞ্জাইলা সমূলি॥
পাছে ৰামে অনাই সাত সাগৰৰ জল।
সুগ্ৰীৱক ৰাজা পাতিলন্ত কৌতুহল॥৮০১॥
যুৱৰাজ পদ দিলা অঙ্গদ বীৰক।
ভণে কবি দুৰ্গাবৰ ৰামৰ সেৱক ॥৮০২॥

**কিষ্কিন্ধ্যাকাণ্ড সমাপ্ত॥**

# সুন্দৰাকাণ্ড

## পয়াৰ ॥

সীতাৰ অন্বেষণত দূত-প্ৰেৰণ

প্ৰস্ৰৱণ নামে গিৰি অতি বিতোপন।
তহিতে বসতি কৈলা শ্ৰীৰাম লক্ষ্মণ॥
সুগ্ৰীৱে বোলন্ত বাপু শুনা যুৱৰাজ।
ৰাঘৱৰ বাপ কিছো সাধিয়োক কাজ॥৮০৩॥
হনুমন্ত আদি কৰি সৱ সৈন্য লই।
জানকীৰ বাৰ্ত্তা বাপ লৈয়া আসাগই॥
ৰাজাৰ বচন পাছে অঙ্গদে শুনিলা।
সৱ সৈন্যে ৰাঘৱৰ চৰণ বন্দিলা॥৮০৪॥
সুগ্ৰীৱক নমি পাছে যত কপিগণ।
সীতাৰ উদ্দেশে সৱে কৰিলা গমন॥
সেহি সময়ত ৰামে অঙ্গুষ্ঠি খসাইলা।
প্ৰত্যয় কৰিতে হনুমান-হাতে দিলা॥৮০৫॥
আনন্দ কৰিয়া কপিসৱ চলি গৈলা।
সম্পাতি পক্ষীক যাই দৰিশন পাইলা॥
পক্ষীৰাজে বাৰ্ত্তা কহিলন্ত অঙ্গদত।
জানকীক থৈয়া আছে অশোক বনত॥৮০৬॥

হনুমন্ত সাগৰৰ পাৰ হয়

সম্পাতিৰ মুখে বাৰ্ত্তা অঙ্গদে শুনিলা।
সাগৰ-তীৰক সৱে অতি শীঘ্ৰে পাইলা॥
আনন্দ-উৎসৱে চলি গৈলা কপিগণ।
সাগৰৰ ঢউ দেখি ভৈলা কম্পমান॥৮০৭॥

অঙ্গদে বোলন্ত শুনা সৱে জ্ঞাতিগণ।
সাগৰ লঙ্ঘিবে প্ৰতি যাইবে কোন জন ॥
কোনে যাইবে শীঘ্ৰে আসি কহিয়ো আমাত।
হেন শুনি ভৈলা কপি যত ভয়-ভীত ॥৮০৮॥
অঙ্গদৰ আগে সৱে কৰ-জোৰ কৰি।
আপোনাৰ বল-বীৰ্য্য কহে আগ বাঢ়ি ॥
কেৱে দশ বিশ ত্ৰিশ চল্লিশ পঞ্চাশ।
ষাঠিযে সত্তৰি আশী নৱৈ কৰে সাস ॥৮০৯॥
তুই ধিক নৱৈ কেহো জনে আগুৱাইলা।
কেহো জনে মন্দ একশত যে বুলিলা ॥
গাৱে গাৱে আপোনাৰ বল বীৰ্য্য কৈলা।
আপুনি অঙ্গদ পাছে লঙ্কাক গুলাইলা ॥৮১০॥
বৃদ্ধ জাম্বুৱন্তে অঙ্গদত বিনায়য়।
যিটোজন লঙ্কা যাইবে সমীপে আছয় ॥
শুনা ৰাপু হনুমন্ত সাধিয়োক কাজ।
লঙ্কাক যাইবাক তুমি হুয়ো বাপু সাজ ॥৮১১॥
এহি বুলি জন্ম-কথা কৈলা হনুমন্ত।
সৱ সৈন্য মহেন্দ্ৰগিৰিত উঠিলন্ত ॥
দক্ষিণক মুখ কৰি বায়ুৰ কুমাৰ।
লম্ফ দিয়া সাগৰ যে হুই গৈলা পাৰ ॥৮১২॥
সূৰ্য্যক নমিয়া বীৰ বায়ুৰ কোঁৱৰ।
লঙ্কাৰ চৌভিতি হাটী ছালে ধৰ ঘৰ ॥

অশোক বনত হনুমন্তৰ সীতা-দৰ্শন

কহিতো নাপাই সীতা বীৰ হনুমন্ত ।
ৰাৱণাৰ পুৰীত যে শীঘ্ৰে পশিলন্ত ॥৮১৩॥
তহিতো নাপাই বীৰ সত্বৰে চলিলা ।
অশোকৰ বনখান দৰশন পাইলা ॥
কৌতুহলে হনুমন্তে জাম্প দিয়া গৈলা ।
শিংশপা বৃক্ষৰ তলে সীতাক দেখিলা ॥৮১৪॥
ত্ৰৈলোক্যৰ ৰূপ জিনি বসিয়া আছন্ত ।
ধন্য ধন্য বুলি হনুমানে প্ৰশংসন্ত ॥
কৰ্কটিৰ বেশে হনু শিংশপাত চৰি ॥
বৃক্ষ-পত্ৰে আঁৰ হুয়া থাকিলা আৱৰি ॥৮১৫॥
অনন্তৰে প্ৰভাতত আসিলা ৰাৱণ ॥
সীতাক বুলিলা দুষ্টে কুখ্যাতি বচন ॥
সীতা ক্ৰুদ্ধ হুয়া শাপিবাক সাজ ভৈলা ।
মন্দোদৰী আসি স্বামী প্ৰবোধিয়া নিলা ॥৮১৬॥
সেহি ছেগে হনুমানে দিলা পৰিচয় ।
ৰামৰ অঙ্গুষ্টি দিয়া কৰিলা প্ৰত্যয় ॥
সীতা বোলে বাপু তুমি যায়ো পুনৰ্ব্বাৰ ।
ৰামত জনাৱা যাই দুখযে আমাৰ ॥৮১৭॥
হনুমন্তে বোলে শুনা জগতৰ আই ।
কিছো মিঠা বস্তু দিয়া যাওঁ মই খাই ॥
দিলন্ত গোসানী মধুফল একখানি ॥
হাত পাতি বায়ু-পুত্ৰে মুখে দিলা আনি ॥৮১৮॥

অমৃত-সমান ফল খাই হুনুমান।
সুধিলেক ইটো ফল আছে কোনথান ॥
সত্বৰ কৰিয়া কহা জগতৰ আই।
লণ্ডভণ্ড কৰি আসো মধুফল খাই ॥৮১৯॥
ভণে কবি দুৰ্গাবৰে ৰামৰ চৰণে।
হৰি ৰাম ৰাম ঘুষিয়োক সৰ্ব্বজনে ॥৮২০॥

## ৰাগ বসন্ত ॥

সীতাৰ সন্দেশ

সীতায়ে বোলন্ত হে হুনুমন্ত মহাবল।
কেনমতে বাপু তই খাইবি মধুফল ॥৮২১॥
একৈক বৃক্ষক ৰাখে হে কোটি যে ৰাক্ষসে ॥
কেন মতে বাপু তই যাইবি তাৰ পাশে ॥৮২২॥
সকল ৰাক্ষসে মিলি হে তোহোক মাৰিব।
ৰামে বাৰ্ত্তা নাপাইবন্ত অকাৰ্য্য ঘটিব ॥৮২৩॥
আমিও পাইবোহো তাপ হে তোহাৰ যে শোকে।
ৰামক আনিয়া কোনে সাজি নিব মোকে ॥৮২৪॥
আক জানি বাপু মোৰ হে সন্দেশক লই।
ৰাম লক্ষ্মণক যাই শীঘ্ৰে আনাগই ॥৮২৫॥
এহি বুলি সীতা দেৱী হে মণিগোট দিলা।
দুই হাত পাতিয়া তাক হুনুমন্তে লৈলা ॥৮২৬॥
প্ৰদক্ষিণ কৰি হুনু হে প্ৰণাম কৰিলা।
ৰাঘৱৰ হাতে মণিগোট দিবা দিলা ॥৮২৭॥

বায়ু-পুত্ৰ বোলে মোৰ হে নাম হনুমন্ত ॥
পাৰো শত্ৰু জিনিতে বলৰ নাই অন্ত ॥৮২৮॥
ৰাৱণাক চিনা নিদি হে যাইবাৰ কোন ফল ।
মধুফল খাইবাৰ ছলেহে বুজো তাৰ বল ॥৮২৯॥
কৰো নমস্কাৰ মাৱ হে দিয়া মোক বৰ ।
ৰামচন্দ্ৰ সেৱি ভণে কবি দুৰ্গাবৰ ॥৮৩০॥

## ৰাগ শ্ৰীগন্ধকালি ॥

বৃদ্ধ ব্ৰাহ্মণৰ বেশত হনুমন্ত

শুনিয়ো গোসানী আই মনে নকৰিবা ভয় হে
ভয় বৰ মকৰিবা মনে ।
বন ভাঙ্গি ফল খাওঁ ৰাৱণাক চিনা দেওঁ
প্ৰণামিবো তোমাৰ চৰণে ॥৮৩১॥
এহি বুলি ৰাম-দূতে কতোখানি যাই পথে
মনে আতি গুণন্ত বহুত ।
একযে কাৰ্য্যক যাই নানা কাৰ্য্য সিদ্ধি পাই
সেহিসে উত্তম হোৱে দূত ॥৮৩২॥
মোৰ বল মহিমাক নাজানে গোসানী তাক
মনে বড় কৰন্ত সংশয় ।
ইহান আগত মই এক মায়া ধৰোঁ গই
যেনমতে হোৱন্ত প্ৰত্যয় ॥৮৩৩॥
এহি বুলি হনুমানে গোসানীৰ বিদ্যমানে
ধৰিলন্ত ব্ৰাহ্মণৰ বেশ ।

হাতত কৰণ্ডি কুশ চলে বিপ্ৰ লাস লাস
সোন পাঞ্জি হেন ভৈলা কেশ ॥৮৩৪॥
আপুন লাঙ্গুল আনি নৱগুণ কৈলা টানি
জকমক কৰে ফোটা দান্ত।
থিৰ নাযাই হাত ভৰি বৃদ্ধ বিপ্ৰ-ৰূপ ধৰি
দেখি সীতা হাসি তুলিলন্ত ॥৮৩৫॥
সীতা হাসি মাতিলন্ত শুন বাপু হনুমন্ত
তুষ্ট বৰ কৰিলিহি মোক।
লঙ্কাৰ চৌভিতি যাস ঘৰে ঘৰে ফুৰি আস
ৰাক্ষসেনো কি কৰিবে তোক ॥৮৩৬॥
অনন্তৰে হনুমন্ত লাসে লাসে চলিলন্ত
পশিলন্ত ৰাজাৰ আৱাস।
কালি গৈলা একাদশী আজি ভৈলা দ্বাদশী
লঘনত ভৈলোহো হতাশ ॥৮৩৭॥
শৰীৰৰ অগ্নি মোৰ উদবিগ্ন কৰে ঘোৰ
পাৰণা কৰিতে অশকত।
এক গুটি মধুফল ভুঞ্জিলিহি হৈবে বল
বেদ পঢ়ো ৰাজাৰ আগত ॥৮৩৮॥
সৌৰাষ্ট্ৰ দেশত থাকোঁ ৰাজাৰ মুখক দেখোঁ
তেৱে মোৰ হৈৱন্ত হৰষ।
ৰামৰ চৰণ সেৱি বিৰচিলা গীত কবি
মহামূঢ় দুৰ্গাবৰ দাস ॥৮৩৯॥

## ৰাগ চালনি ॥

ৰাৱণে হনুমন্তক মধুবনলৈ যাবলৈ কয়

দ্বাৰী বোলে বিপ্ৰ কহোযে স্বৰূপ
বিশ্ৰাম কৰিয়ো আতে।
ভাণ্ডাৰত ফল নাহিযে সকল
জনায়ো ৰাজা-আগতে ॥৮৪০॥
এহি বুলি দ্বাৰী গৈলন্ত লৱৰি
ৰাজাত জনাইলা যাই ॥
শুনা মহাৰাজ মিলিলা অকাজ
বিপ্ৰ আছে দ্বাৰে ৰই ॥৮৪১ ॥
খুধাতুৰ হুয়া ফলক মাগিয়া
পাৰণা কৰিতে চাই।
ভাণ্ডাৰত চাইলো ফলক নাপাইলো
জনাইলোহো মহাৰাই ॥৮৪২॥
ৰাজা বোলে দ্বাৰী কোৱাগই লৰি
বাৰীৰ ভিতৰে যাওক।
আছে ৰক্ষীগণ চলোক ব্ৰাহ্মণ
ফল মাগি তৈতে খাওক ॥৮৪৩॥
দুৱাৰী আসিয়া ৰাজাৰ আদেশ
বিপ্ৰৰ আগত কৈলা ॥
শুনি হনুমন্ত লৰালৰি কই
বাৰীৰ ভিতৰে গৈলা ॥৮৪৪॥

পকা ফল দেখি চাহন্ত নিৰখি
কৌতুকতে হনুমানে ।
ৰামৰ চৰণ সেৱি অনুক্ষণ
দাস দুৰ্গাবৰ ভণে ॥৮৪৫॥

**পয়াৰ ॥**

হনুমন্তৰ মধুবন-বিনাশন, আৰু লঙ্কা-দাহ

অনন্তৰে বাৰীৰ ভিতৰে হনুমন্ত ।
এটি ব্ৰাহ্মণৰ বেশে বৃক্ষে চৰিলন্ত ॥
সমস্ত যে মধুফল ভুঞ্জি অনন্তৰে ।
বৃক্ষসৱ পুতিলন্ত উপৰক গোৰে ॥৮৪৬॥
ৰক্ষীয়া কটক বীৰে মাৰিলেক ধৰি ।
কতোজন পলাই যাই কহিলা বাতৰি ॥
শুনিয়া ৰাৱণে যোদ্ধাগণ পাঞ্চি দিলা ।
যুদ্ধ কৰি হনুমন্তে সমস্ত মাৰিলা ॥৮৪৭॥
অৱশেষে ইন্দ্ৰজিত ৰণে অৱতৰি ।
বান্ধি আনিলেক কপি ব্ৰহ্মজাল মাৰি ॥
সাঙ্গী বান্ধি কান্ধে কৰি ৰাজাত জানাইলা ।
অনেক সম্বাদ কথা ৰাজা সমে কৈলা ॥৮৪৮॥
বানৰৰ বাক্যে ৰাজা ভৈলা ক্ৰুদ্ধ বৰ ।
প্ৰহস্তক বোলে জাণ্টে খাণ্ডা তুলি ধৰ ॥
পাচে ধৰ্ম্ম-শাস্ত্ৰ-জ্ঞান দেখাই বিভীষণ ।
ৰাৱণাৰ ক্ৰোধ কৰিলন্ত উপশম ॥৮৪৯॥

বুদ্ধি এক কৰি লাঞ্জে কাপোৰ মেৰাইলা ।
ঘৃত তৈল দিয়া লাঞ্জে অগনি জলাইলা ॥
শুনি সীতা অগনিক তুতি কৰিলন্ত ।
নদহিলা অগনিয়ে শীতল কৰন্ত ॥৮৫০॥
সমস্ত নগৰী দহি ভস্মীভূত কৈলা ।
দেৱ-বাণী শুনি অগ্নি মুখে যে চুম্বিলা ॥
সীতাৰ পাশত পাছে লইয়া বিদায় ।
পাৰ হৈয়া সাগৰ ৰামৰ পাশে যায় ॥৮৫১॥
আছন্ত স্নুগ্ৰীৱ সমে শ্ৰীৰাম লক্ষ্মণ ।
অনন্তৰে উপস্থিত ভৈলা কপিগণ ॥
সিবেলা হুনুৱে মণি ৰাঘৱক দিলা ।
সঙ্কেত কথাক কহি সঞ্জাত কৰাইলা ॥৮৫২॥
অনন্তৰে ৰামচন্দ্ৰ সৱ সৈন্য লই ।
সাগৰ-তীৰত সৱে প্ৰৱেশিলা গই ॥
ৰাৱণাক পৰিহৰি বিভীষণ ৰাই ।
গৈলা শ্ৰীৰামৰ পাশে খুজিয়া আশ্ৰয় ॥৮৫৩॥
বিভীষণে দিলে যুক্তি ৰামৰ আশ্বাস ॥
ৰামৰ চৰণ সেৱি ভণে দুৰ্গাদাস ॥৮৫৪॥

## ৰাগ মাৰ্লচি ॥

বিভীষণৰ ৰামত শৰণ

বিভীষণে বোলে প্ৰভু হে শুনা ৰঘুনাথ ॥
চৰণে শৰণ দিয়া মই বড় অনাথ ॥৮৫৫॥

ৰাৱণা ৰাজাৰ মই হে হিতক চিন্তন্তে।
হিতক বেহিত মানি মোক গৰ্জ্জিলন্তে ॥৮৫৬॥
তথাপিতো কৰজোৰে হে বুলিলোহো মাতি।
ক্রোধে উঠি আসি মোক মাৰিলেক লাঠি ॥৮৫৭॥
আতুৰ ভৈলোহো মই হে ভৈলা বৰ শোক।
লঙ্কাত এৰিয়া আইলো ভাৰ্য্যা পুত্ৰ লোক ॥৮৫৮॥
ত্ৰাহি ত্ৰাহি ৰামচন্দ্ৰ হে শৰণ দিয়োক।
অভয় চৰণে প্ৰভু ৰক্ষা কৰিয়োক ॥৮৫৯॥
এহি বুলি বিভীষণ হে আছে কৃতাঞ্জলি।
ৰাম ৰাম ত্ৰাহি ৰাম মুখে আছে বুলি ॥৮৬০॥
বিভীষণ-তুতি শুনি হে ৰাম নাৰায়ণ।
সুগ্ৰীৱক বোলে মিত্ৰ জিজ্ঞাসা কাৰণ ॥৮৬১॥
মহাভক্ত জন ইটো হে ৰাৱণাৰ ভাই।
ভালমতে কৰি মিত্ৰ আনা মোৰ ঠাই ॥৮৬২॥
সুগ্ৰীৱে শুনিলা যেৱে হে ৰামৰ বচনে।
প্ৰণতি কাকুতি কৰি দুৰ্গাবৰে ভণে ॥৮৬৩॥

## পদ ॥

সুগ্ৰীৱ চলিলা যেৱে আকাশ-প্ৰদেশে।
বিভীষণে আনিলা শ্ৰীৰামচন্দ্ৰ-পাশে ॥
ৰাঘৱৰ চৰণত দণ্ডৱত কৈলা।
প্ৰাণ-মিত্ৰ বুলি ৰামে সাৱটি ধৰিলা ॥৮৬৪॥

বিভীষণৰ অভিষেক; সাগৰ-পূজা

বিভীষণে অভিষেক কৰিলা শ্ৰীৰাম।
ৰাৱণাক মাৰি দিবো ৰাজ-সিংহাসন ॥
অনন্তৰে যুক্তি কৰি শ্ৰীৰাম লক্ষ্মণ।
সাগৰক পূজিবাক কৰিলা যতন ॥৮৬৫॥
গন্ধ পুষ্প ধূপ দীপ নৈৱিদ্য সাদৰি।
কৰিলন্ত পূজা ৰাম পুষ্পাঞ্জলি কৰি ॥
পূজা সাঙ্গ কৰি ৰামে ধ্যানক কৰিলা।
তথাপিতো সাগৰে যে দেখাক নিদিলা ॥৮৬৬॥
ৰামৰ চৰণ সেৱি কহে দুৰ্গাবৰ।
ৰাম ৰাম বুলি তৰা সংসাৰ-সাগৰ ॥৮৬৭॥

## ৰাগ ৰামগিৰি ॥

সাগৰ-দমন

ৰাঘৱে বোলন্ত শুনা হে লক্ষ্মণ হে
আমাৰ বচন শুনা।
মোক অনাদৰ কৰয় সাগৰ
জাণ্টে ধনুখান আনা ॥৮৬৮॥
সাগৰ-মহত কৰো আজি হত
ধনু-বাণ দিয়া সাজি।
কৰো মষিমুৰ গৰ্ব্ব কৰোঁ চূৰ
নামক গুচাওঁ আজি ॥৮৬৯॥
ৰাঘৱৰ বাণী লক্ষ্মণ যে শুনি
ধনুখান আনি দিলা।

ৰামে ধনু ধৰি অগ্নি-বাণ জুৰি
সাগৰক প্ৰহাৰিলা ॥৮৭০॥
সাগৰত পৰি জল ভস্ম কৰি
মাৰিলা মস্য মগৰ ।
ঘোৰ অগ্নি চোটে পৰি হৃদয়তে
কম্পিলা আতি সাগৰ ॥৮৭১॥
পাছে অনন্তৰে উঠিয়া সাগৰে
চলিলা ৰাম-পাশক ।
কম্পে হাত-ভৰি লাস লাস কৰি
লৈয়া যে ৰত্ন-মালাক ॥৮৭২॥
ৰামৰ আগত ভৈলা উপগত
কৰিলন্ত কৰ-জোৰ ।
শুনা নাৰায়ণ হুয়ো সুপ্ৰসন্ন
দোষক খমিয়ো মোৰ ॥৮৭৩॥
এহি বুলি মালা শিৰত পিন্ধাইলা
মনত হৰিষ মনে ।
ৰামৰ চৰণ সেৱি অনুক্ষণ
দাস দুৰ্গাবৰে ভণে ।৮৭৪॥

## ৰাগ দেৱমোহন ॥

অ কি ঘনশ্যাম
চৰণত মোৰ যে প্ৰণাম ॥৮৭৫॥

কৃতাঞ্জলি কৰি আসি সাগৰে মাতয় হাসি
অল্প কৰি দিলন্ত উত্তৰ ।
আখাৰেক বোলো বাপ মনত নকৰা তাপ
শুনিয়োক ৰাম ৰঘুবৰ ॥৮৭৬॥

তোমাৰেসে বাপে মোক জলে থাপি ৰাখিলেক
তুমিও ৰাখিয়ো সেহিমত ।
স্বপ্নে দেখা নেদিলোহো তযু আগে নাসিলোহো
নেদিলোহো দেখা যি কাৰ্য্যত ॥৮৭৭॥

আনো আসি বৰ ভৈলে সিয়ে পন্থ লৈবে বলে
খুজিব সৰেয়ো আসি পথ ।
এহি গুণি নাসিলোহো তযু আগে কহিলোহো
উপায়েক দেওঁ যে সুপন্থ ॥৮৭৮॥

তোমাৰ বংশৰ কীৰ্ত্তি পুণ্য যশ ৰাখা অতি
মহাকীৰ্ত্তি তোমাৰ বাঢোক ।
মোক ৰাখা গদাধৰ অগাধ সাগৰ বৰ
মোহোৰ নামক ৰাখিয়োক ॥৮৭৯॥

জল স্ৰজি বান্ধা সেতু কহিলো তাহাৰ হেতু
শুনিয়োক ৰাম ৰঘুবৰ ।
বিশ্বকৰ্ম্মা-সুত নল ছুলে শিলা নযাই তল
বান্ধিয়োক অগাধ সাগৰ ॥৮৮০॥

এহি উপদেশ দিয়া সাগৰ নিচুপ হুয়া
চলি গৈলা হৈয়া অন্তৰ্দ্ধান।
ৰামৰ চৰণ সেৱি দাস দুৰ্গাবৰ কবি
কৰিলেক ৰাগ বিৰচন ॥৮৮১॥

পদ ॥

ৰামৰ কটাক্ষে সৰে জুল-জন্তু জীল।
পূৰ্ব্বমত ভৈলা পুনু জল উথলিল ॥...
কপিগণ শুনিলাহা সাগৰ-বচন।
সেতুক বান্ধিবে লাগি কৰিলা যতন ॥৮৮২॥
ৰাঘৱৰ আদেশ শুনিয়া কপিগণে।
বৃক্ষ-শিলা-পৰ্ব্বত আনিবে গৈলা বনে ॥
নলে বান্ধিলেক সেতু অদ্ভুত-গঠন।
ভণে কবি দুৰ্গাবৰ ৰামৰ চৰণ ॥৮৮৩॥

সুন্দৰাকাণ্ড সমাপ্ত ॥

# লঙ্কাকাণ্ড

পদ ॥

রাম-
বাৰণৰ
যুদ্ধৰ
পিছত
সীতা-
উদ্ধাৰ।

পৰ্ব্বতে উঠিয়া ৰাম সৈন্যে উকি দিলা।
ৰাৱণা ৰাজাৰ শুনি হৃদয় কম্পিলা॥
সচকিতে ৰাজা দশগ্রীৱ বাজ ভৈলা।
শুক সাৰণক সৈন্য লেখিবে পঠাইলা ॥৮৮৪॥
আহিলেক শুক যে সাৰণ সৈন্য লেখি।
ৰাৱণাত কহিলেক সৱ কাৰ্য্য লক্ষি॥
শুনিয়ো গোসাঁই প্ৰভু কাৰ্য্য যে বিষম।
এক এক বীৰ যেন কালান্তক যম ॥৮৮৫॥
হেন শুনি ৰাৱণাৰ মহাক্ৰোধ ভৈলা।
শুক সাৰণক গৰ্জ্জি অভ্যন্তৰে গৈলা॥
পাত্ৰ-মন্ত্ৰীসৱে আসি আলোচিলা কাজ।
যুদ্ধ কৰিবাক সকলোৱে ভৈলা বাজ ॥৮৮৬॥
চাৰিও দুৱাৰে সৱে সেনা পাখি দিলা।
বৰ বৰ বীৰগণ ৰক্ষা হুয়া ৰৈলা॥
পাছে অঙ্গদক ৰামে পঠাই লঙ্কাক।
ভৎসালে নানান বাক্যে ৰাৱণা ৰাজাক ॥৮৮৭॥

উভতি অঙ্গদে আহি লঙ্কাৰ বাৰ্ত্তাক।
কৈল ভাঙ্গি-পাতি বীৰে শ্ৰীৰামচন্দ্ৰক॥
শুনিয়া যে ৰামচন্দ্ৰে হাতে ধনু ধৰি।
সমৰক মনে ধাৰে গৈলা আগ বাঢ়ি॥৮৮৮॥
বেঢ়িলে লঙ্কাক সৈন্যে চাৰি ভাগ হুয়া।
চাৰিও দুৱাৰে যুদ্ধ কৰিলন্ত গৈয়া॥
পড়িল ৰাক্ষস যত সমৰ-ভূমিত।
কুম্ভযে নিকুম্ভ কুম্ভকৰ্ণ ইন্দ্ৰজিত॥৮৮৯॥
ব্ৰহ্ম-অস্ত্ৰে ৰাৱণাৰ মাথাক কাটিলা।
ৰাম জয় শব্দে বিভীষণে ৰাজ্য দিলা।
পাছে কৰজোৰে বিভীষণে বোলে বাণী।
আজ্ঞা দিয়া আনোগই সীতা যে গোসানী॥৮৯০॥
ৰামচন্দ্ৰে বোলে শুনা তুমি মিত্ৰ মোৰ।
সীতাক দেখাই মোৰ শোক কৰা দূৰ॥
ৰামৰ বচনে বিভীষণে তেতিক্ষণ।
সজাই আনিলা দিব্য চৌদোল এখান॥৮৯১॥
দোলা লই সীতাৰ আগত সমাগত।
আপুনিও হনুমন্ত চলিলা লগত॥
কৰজোৰে হনুমন্তে বুলিলন্ত বাণী।
স্বামীৰ আদেশ শুনা সীতা যে গোসানী॥৮৯২॥
তোমাৰ যে শত্ৰু ৰাৱণাক নষ্ট কৰি।
বিভীষণে দিলা আই লঙ্কা যে নগৰী॥

তোমাক নিবাক দিছে উঠা চৌদোলত।
আহ্বা শোক পৰিহৰি ৰামৰ আগত ॥৮৯৩॥
হৰিষ বিষাদে সীতা উত্ৰাৱল মন।
স্বামীৰ আদেশে আই উঠিলা তেখণ ॥
বিভীষণ হনুমান দুয়ো কান্ধে লৈলা।
ৰাঘৱৰ আগে নিয়া উপস্থিত কৈলা ॥৮৯৪॥
থাকিলন্ত সীতাদেৱী ৰামৰ সদনে।
ৰামৰ চৰণ সেৱি দুৰ্গাবৰে ভণে ॥৮৯৫॥

## ৰাগ ধনশ্ৰী ॥

ৰামৰ সীতা-ত্যাগৰ কামনা-প্ৰকাশ

ৰামচন্দ্ৰে বোলে শুনা যে জনক-নন্দিনী।
তুমি হেন শাস্তি বুলি পতিয়াইব কুনি ॥৮৯৬॥
ক্ৰোধত বচন বোলে হে প্ৰভু ৰঘুনাথে।
জনক-নন্দিনী শুনা বোলোহো তোমাকে ॥৮৯৭॥
ৰাৱণাক মাৰি বৰ হে গুচালো বিষাদ।
তোমাক আনিলো জিনি লোক-অপবাদ ॥৮৯৮॥
নিন্দা এৰাইলোহো মই হে আপোন বংশৰ।
নিন্দা এৰাইলোহো আৰু আন জগতৰ ॥৮৯৯॥
দৈৱ-দোষে থাকি হৰি হে নিলেক তোমাক।
আপুন পৌৰুষ ৰাখি বধিলো তাহাঙ্ক ॥৯০০॥
ইঙ্গিততে ৰাঘৱৰ হে অভিপ্ৰায় জানি।
ভৈলা বিয়াকুল চিত্ত ডৰিলা গোসানী ॥৯০১॥

বিমর্ষ-বদন ভৈলা হে জ্বালিলা বিষাদ।
মেঘে ঢাকি থলে যেন পূর্ণিমাৰ চান্দ ॥৯০২॥
শুনা শুনা সীতা হে তুমি মাথা তুলি চাহা।
আজি ধৰি তেজিলোঁহো যথা মন যাহা ॥৯০৩।
বনৰ ভিতৰ হৈতে হে হৰিলে ৰাৱণে।
তোমাক বিশুদ্ধ বুলি পতিয়াইব কোনে ॥৯০৪॥
এহি কহি মৌন ভৈলা হে ৰাম গদাধৰ।
সঙ্ক্ষেপে ৰচিলা গীত কবি দুৰ্গাবৰ ॥৯০৫॥

ৰাগ গুঞ্জৰি ॥

সীতাৰ করুণ প্রত্যুত্তৰ

শুনা প্রাণনাথ প্রণাম মোৰ,
বাক্য-বজ্রাঘাত কৰিলা ঘোৰ
শুনা প্রাণনাথ হে ॥৯০৬॥
তযু বাক্য-বজ্র-প্রহাৰ-চোটে।
হৃদয় বাজিলা যেন শেলগোটে ॥৯০৭॥
ইতৰ নাৰীৰ সম দেখিলা।
নটৰ নটুনী যেন অন্য জনে দিলা ॥৯০৮॥
ৰাৱণা পাপিষ্ঠে আনিলা হৰি।
স্ত্রী-জাতি মই নোহো স্বতন্ত্ৰী ॥৯০৯॥
তুমি যাক শঙ্কা কৰিলা ঠান।
দেৱ ধৰ্ম্ম পৃথ্বী দেৱী প্রমাণ ॥৯১০॥

অস্তগত আমি বৰ যে শাস্তি ।
ইতৰ পুৰুষে লঘু বোলন্তি ॥৯১১॥
যৈসানি খুজিতে আইলা হনুমন্তে ।
এহি বোল বুলি পঠাইলা হন্তে ॥৯১২॥
তেজিলোহো হন্তে মই যে প্ৰাণ ।
কিসক লঙ্কাত মৰাই সেনাগণ ॥৯১৩॥
হনুমন্ত এক দিৱসৰ গুণ।
নির্দ্দয় পুৰুষ বৰ কঠিন ॥৯১৪॥
তযু বিষ-বাক্যে মৰিয়া যাওঁ ।
ইজন্মে তোমাক নেত্ৰ ভৰি চাওঁ ॥৯১৫॥
কৌশল্যা আইৰ নেদেখি মুখ ।
হৃদয়ত মোৰ থাকিলা দুখ ॥৯১৬॥
এহি বুলি দেৱী মাথাক তুলি ।
লক্ষ্মণক আহি বাক্যযে বুলি ॥৯১৭॥
শুনিয়ো লক্ষ্মণ বাপু দেৱৰ ।
চিতা পাতি মোক দিয়া সত্বৰ ॥৯১৮॥
অগ্নিক লগাই কৰি যতন ।
অগ্নিত পৰিয়া তেজো পৰাণ ॥৯১৯॥
লক্ষ্মণে শুনিলা সীতাৰ বাক্য ।
কটাক্ষে ৰামৰ চাইলা মুখক ॥৯২০॥
ইঙ্গিতে ৰাঘৱে অনুজ্ঞা দিলা ॥
বুজিয়া লক্ষ্মণ হৃদি কম্পিলা ॥৯২১॥

উঠিলা লক্ষ্মণ বিষাদ-মন।
দুৰ্গাবৰে ভণে ৰাম-চৰণ ॥৯২২॥

পদ ॥

সীতাৰ অগ্নি-পৰীক্ষা

অনন্তৰে লক্ষ্মণ উঠিয়া তেতিক্ষণে।
চিতাখান পাতিলন্ত অগৰু চন্দনে ॥
চিতাখান পাতি দিলা দেৱীৰ আগত।
অগ্নি লগাই কলসে কলসে লগাই ঘৃত ॥৯২৩॥
জাজ্জ্বল্য-সমান বহ্নি-কুণ্ড জালি গৈলা।
অগ্নি প্ৰৱেশিবে সীতা দেৱী সাজ ভৈলা ॥
ৰামৰ হৃদিত যেন বাজিলেক শাল।
অথাকে বহয় দুই নয়নৰ জল ॥৯২৪॥
নিৰন্তৰে বানৰৰ হৃদয় নসহে।
অন্তৰ্গত অগ্নি যেন শৰীৰক দহে ॥
হেঠ-মুণ্ডে ৰাঘৱক প্ৰণাম কৰিলা।
কৃতাঞ্জলি কৰি পুনু বচন বুলিলা ॥৯২৫॥
জনমে জনমে প্ৰভু হৈবা মোৰ স্বামী।
চৰণ সেৱিয়া প্ৰভু থাকো যেন আমি ॥
লক্ষ্মণ কুমৰ মোৰ হৈবন্ত দেৱৰ।
তযু পিতা দশৰথ হৈবন্ত শ্বশুৰ ॥৯২৬॥
কৌশল্যা হৈবন্ত শ্বাশু দেৱী যে গোসানী।
সপত্নীযে শ্বাশু হৈব লক্ষ্মণ-জননী ॥

আদিত্যক কৰজোৰে প্ৰণাম কৰিলা।
ব্ৰহ্মা বিষ্ণু মহেশক মনত পূজিলা ॥৯২৭॥
আগনিক ফুৰি ফুৰি নমস্কাৰ কৰি।
কৃতাঞ্জলি কৰি বোলে জনক-জীয়াৰী ॥
সপনে সচিতে মোৰ ধ্যান জ্ঞান মনে।
নাহিকন্ত আন মন ৰাম ৰাম বিনে ॥৯২৮॥
জানিবা আগনিদেৱ জগতৰ সাখী।
পাপ-লেশ নাহি আছো শান্তি-পুণ্য ৰাখি ॥
আপুনাক শুদ্ধ-ভাৱ জানিয়া হৃদিত।
মনক উল্লাসি দেৱী পশিলা অগ্নিত ॥৯২৯॥
তিনিও ভুৱন লোক সচকিত ভৈলা।
ভালুক বানৰ সৱে তম্ভিত ৰহিলা ॥
আকাশৰ হন্তে দেৱগণ নামি আসি।
ৰামৰ আগত সৱে ৰহিলা প্ৰকাশি ॥৯৩০॥
কৃতাঞ্জলি কৰি ৰামে কৰিলন্ত সেৱ।
দুৰ্গাবৰ দাসে ভণে নমি ৰামদেৱ ॥৯৩১॥

## ৰাগ মাৰোৱাৰ ॥

ব্ৰহ্মাৰ ৰাম-স্তুতি

বোলে ব্ৰহ্মা সৃষ্টিকৰ শুনা প্ৰভু ৰঘুবৰ হে
কৰজোৰে বুলিলন্ত বাণী।
থাকিয়া বৈকুণ্ঠপুৰে হৈবা প্ৰভু অৱতাৰ হে
চাৰি অংশ ভৈলাহা আপুনি ॥৯৩২॥

অসংখ্যাত স্তুতি কৰি ব্ৰহ্মাদেৱে কৰ জুৰি
তুমি দেৱ নাৰায়ণ হৰি।
ভৈলা প্ৰভু উতপন্ন ভূমি-ভাৰ-উদ্ধৰণ এ
শঙ্খ চক্ৰ গদা পদ্ম ধৰি ॥৯৩৩॥

মুনিগণে কৰে সেৱ স্থূল ৰূপে জানি দেৱ
সূক্ষ্ম ৰূপে পালিবাহা জানি।
দৰিদ্ৰৰ দুখহাৰী তোমাৰ সেৱাক কৰে এ
সীতাদেৱী লক্ষ্মী যে গোসানী ॥৯৩৪॥

ৰাৱণা বধিবে লাগি ত্ৰিদশে আনিলা সাধি এ
মনুষ্যত ভৈলা অৱতাৰ।
তুমি তিনি ভুৱনক উতপতি কৰি দেৱ হে এ
কৰা তুমি পালন সংহাৰ ॥৯৩৫॥

তুমি বিষ্ণু মহাদেৱ সৰ্ব্বলোকে কৰে সেৱ
তুমি দেৱ জগত-পালক।
সীতাদেৱী অগনিত প্ৰৱেশিল যৈসানিত এ
উপেক্ষি আছিলা তুমি কিক ॥৯৩৬॥

এত হন্তে অগ্নিদেৱ ৰাঘৱক কৰি সেৱ
কৰজোৰে কৰিলা ধিয়ান।
সৰস্বতী-পৰসনে কবি দুৰ্গাবৰ ভণে এ
প্ৰণমিয়া ৰামৰ চৰণ ॥৯৩৭॥

## ৰাগ দেৰজিনি ॥

অগ্নি-দেৱৰ আশ্বাস-বাণী

অনলে বোলন্ত প্ৰভু হে জগতৰ বাপ ।
আমি ভালে জানোহো সীতাত নাই পাপ ॥৯৩৮॥
সংসাৰ মধ্যত মোৰ হে নাই অবিদিত ।
সদায়ে জানকী মাও তোমাতেসে চিত ॥৯৩৯॥
মইসে বিচাৰ কৰি হে চাইলো জানকীক ।
অধৰ্ম্মী নুহিকে সীতা পৰম ধাৰ্ম্মিক ॥৯৪০॥
এহি বুলি অগ্নিদেৱ হে নিজ মূৰ্ত্তি ধৰি ।
সীতাক লৈলন্ত অগ্নি মাথাৰ উপৰি ॥৯৪১॥
বস্ত্ৰ অলঙ্কাৰ দিয়া হে নিলন্ত সীতাক ।
প্ৰদক্ষিণ কৰি অগ্নি গৈলা সমীপক ॥৯৪২॥
ৰামক বোলন্ত প্ৰভু হে লৈয়ো জানকীক ।
এহি বুলি কোলাত বৈসাইলা জানকীক ॥৯৪৩॥
ৰামক প্ৰণমি সীতা হে জগতৰ আই ।
পূৰ্ব্ব বাসনাই দুই ভৈলা একঠাই ॥৯৪৪॥
হেন দেখি ৰঙ্গ ভৈলা হে যত কপিগণ ।
ভণে দুৰ্গাবৰে সেৱি ৰামৰ চৰণ ॥৯৪৫॥

## ৰাগ আকাশমণ্ডলি ॥

ৰামে বোলে শুন আমাৰ বচন এ
অনল শুনা কথাক ।

ৰামৰ বচন : সীতা-পৰীক্ষাৰ উদ্দেশ্য

সীতা যেন শান্তি সৰেও জানন্তি এ
আমিও জানো তাহাক ॥৯৪৬॥
হৰি নিল সীতা মোৰ ভৈলা চিন্তা
বিচাৰি ফুৰিলো বনে।
অনেক প্ৰকাৰি ফুৰিলো বিচাৰি এ
নপাইলোহো একো থানে ॥৯৪৭॥
জটায়ু-মুখত পড়িলো দুখত(?)
ৰাৱণে নিলেক হৰি।
কপি সমে আইলো সাগৰ বান্ধিলো এ
পশিলো লঙ্কানগৰী ॥৯৪৮॥
ৰাৱণাক মাৰি সীতাক উদ্ধাৰি
আনিলোহো বাহু-বলে।
ৰাৱণে ধৰিলা ৰথ আৰোহিলা এ
জানিলা লোকসকলে ॥৯৪৯॥
পৰীক্ষা কৰিলো নিন্দা গুচাইলো
তোমাত যে উত্তৰিলা।
গুচিল কলঙ্ক ভৈলেক নিশঙ্ক এ
সমস্ত লোকে দেখিলা ॥৯৫০॥
সম্বৰিবো সীতা নকৰিবা চিন্তা
কহিলো মই বচনে।
ৰামৰ চৰণ সেৱি অনুক্ষণ এ
দাস দুৰ্গাবৰে ভণে ॥৯৫১॥

## পদ ॥

অযোধ্যালৈ প্রত্যাবর্ত্তন

স্বর্গ হন্তে আসিলেক ৰাজা দশৰথ।
পুত্রক বুজাই পুনু গৈলা স্বৰগত ॥
ব্রহ্মা আদি দেৱগণে স্তুতি-নতি কৰি।
নিজ থানে চলি গৈলা হর্ষভাৱ ধৰি ॥৯৫২॥

পাছে সাত সাগৰৰ জল তুলি আনি।
বিভীষণে অভিষেক কৰিলা আপুনি ॥
আত অনন্তৰে ৰক্ষপতি বিভীষণ।
ৰাঘৱক মাতিলন্ত কৰি সম্বোধন ॥৯৫৩॥

স্নান কৰিয়োক গোসাঁই যত কপিগণ।
আজি ঐতে ৰঙ্গমনে কৰিয়ো ভোজন ॥
বিভীষণ-বাক্যে ৰাম আনন্দিত-মন।
স্নান কৰিলন্ত সহ যত কপিগণ ॥৯৫৪॥

দেৱাঙ্গ বসন পিন্ধাইলন্ত বিভীষণ।
বিচিত্র সুগন্ধ আনি কৰিলা অর্চ্চন ॥
নানা ৰত্ন অলঙ্কাৰে কৰিলা ভূষিত।
মণ্ডিত কৰাইলা সীতাদেৱীৰ গাৱত ॥৯৫৫॥

লক্ষ্মণকো নানা অলঙ্কাৰে বিভূষিলা।
নানান সুগন্ধি দ্রব্যে শৰীৰ ৰঞ্জিলা ॥
সুগ্রীৱক দিলা ৰাজযোগ্য অলঙ্কাৰ।
হনুমন্ত প্রভৃতিকো ভূষিলা বিস্তৰ ॥৯৫৬॥

ষোড়শোপচাৰে সৱে ভোজন কৰাইলা ।
অযোধ্যাক যাইবে লাগি সৱে সাজু ভৈলা ॥
বিভীষণে আনি দিলা পুষ্পক বিমান ।
তাহাতে চৰিলা সীতা ৰাম যে লক্ষ্মণ ॥৯৫৭॥
সুগ্ৰীৱক আদি কৰি কপিগণ যত ।
সৱেয়ো চৰিলা সেহি পুষ্পক যানত ॥
আপুনিও বিভীষণে ৰথত চৰিলা ।
পুষ্পক বহিয়া সৱে সমুদ্ৰ চেৰাইলা ॥৯৫৮ ॥
হনুমন্তে বাৰ্ত্তা জনাইলন্ত ভৰথত ।
ভণে দুৰ্গাবৰ সেৱি ৰাম-চৰণত ॥৯৫৯॥

**লঙ্কাকাণ্ড সমাপ্ত ॥**

# উত্তৰকাণ্ড

## ৰাগ দেৱমোহন ॥

ভৰতৰ মিনতি

শুনা দাদা ৰামচন্দ্ৰ হে কৰো নমস্কাৰ ।
বাৰেকৰ দোষ দাদা খেমিয়ো আমাৰ ॥৯৬০॥
মাতৃৰ বচনে পিতৃ হে বনক পঠাইলা ।
তোমাৰ ৰাজত্ব গুচাই মোক ৰাজ্য দিলা ॥৯৬১॥
পিতৃ পৰলোকে গৈলা হে তোমাৰ যে শোকে ।
দুইহান বিৰহ-শোকে পীড়িলেক মোকে ॥৯৬২॥
তোমাৰ ৰাজত্ব-ভাৰ হে সহিতে নাপাৰি ।
তথু পাদুকাকে পাতি আছো অধিকাৰী ॥৯৬৩॥
পাত্ৰ-মন্ত্ৰীসৱ যত হে মুখ্য শত্ৰুঘন ।
সৱে মিলি কৰি আছো অযোধ্যা পালন ॥৯৬৪॥
ৰাজ্য এৰি দাদা মই হে আইলো নন্দীগ্ৰাম ।
সেহি নগৰত দাদা কৰিলো বিশ্ৰাম ॥৯৬৫॥
নগৰত থাকি মই হে শুনিলো শ্ৰৱণে ।
সীতাক হৰিয়া নিলে দুষ্ট যে ৰাৱণে ॥৯৬৬॥
সুগ্ৰীৱক সখা কৰি হে সহ কপিগণ ।
সাগৰ তৰিয়া দুষ্ট বধিলা ৰাৱণ ॥৯৬৭॥

সীতাক উদ্ধাৰ কৰি হে আসিলা হৰিষে ।
সৱ ৰাজ্য-পদ দাদা দিলো তয়ু পাশে ॥৯৬৮॥
ইটো ৰাজ্য-পদ দাদা হে মই যোগ্য নুই ।
দাস হুয়া সেৱিয়া থাকিবো পদ দুই ॥৯৬৯॥
সেৱকৰ দোষ দাদা হে নধৰিবা মনে ।
সৱে ৰাজ্য সমৰ্পিলো তোমাৰ চৰণে ॥৯৭০॥
এহি বুলি ভৰথেও হে দণ্ডৱতে পৰি ।
দুৰ্গাবৰ দাসে ভণে বোলা হৰি হৰি ॥৯৭১॥

পদ ॥

ভৰথৰ ভক্তি ৰামচন্দ্ৰে দেখিলন্ত ।
সাৱটিয়া ধৰি মুখে চুম্বন দিলন্ত ॥
লক্ষ্মণে আসিয়া ভৰথক প্ৰণমিলা ।
ভৰথেও লক্ষ্মণক চুম্বন কৰিলা ॥৯৭২॥
সুগ্ৰীৱক আদি কৰি যত কপিগণ ।
গায়ে গায়ে ভৰথক কৰে সম্ভাষণ ॥
ৰাক্ষস ৰাজাৰ গলে সাৱটি ধৰিলা ।
তোমাৰ প্ৰসাদে দাদা ৰাৱণা বধিলা ॥৯৭৩॥
ভক্তি-ভৰে আসি সীতা গোসানী-চৰণে ।
প্ৰণমিয়া ৰথ ডাকিলন্ত ৰঙ্গমনে ॥
অনন্তৰে পাইলা গৈয়া গুহকৰ পুৰ ।
পূজিলা গুহকে পেলাইলেক হৃদি জুৰ ॥৯৭৪॥

শত্ৰুঘনে শুনিলেক আসিলা ৰাঘৱ ।
পাত্ৰ মিত্ৰ সম্বাহাৰে উল্লাসিলা গাৱ ॥
দণ্ড ছত্ৰ চামৰ ঢুলাই লোকজন ।
নগৰক সালঙ্কৃতা কৰিলা তেখণ ॥৯৭৫॥
তিৰী বাল বৃদ্ধ আদি নাগৰিক জন ।
নট ভাট নৰ্ত্তকী যে নাযায় গণন ॥
বিপ্ৰসৱ চলি যায় বেদ-ধ্বনি কৰি ।
জোগানে চলিয়া যাই হুয়া সাৰি সাৰি ॥৯৭৬॥
কৌশল্যা সুমিত্ৰা আদি পুৰৰ সুন্দৰী ।
সুমঙ্গল কৰিলেক হুনি ঘট ধৰি ॥
কৈকেয়ী থাকিল এক বিষ-লাৰু লই ।
ৰামে যদি নামাতে মৰিবে বিষ খাই ॥৯৭৭॥
চামৰ ধৰিয়া যাই শত্ৰুঘন বীৰ ।
বশিষ্ঠ চলিলা আগে কৰি ধীৰ ধীৰ ॥
নগৰীয়া লোক চলে আগে পাছে বেৰি ।
জয় জয় ৰামচন্দ্ৰ নামক উচ্চাৰি ॥৯৭৮॥
এহিমতে সকলোৱে আগ বাঢ়ি গৈ ।
বৰি আনিলেক ৰামে হৰষিত হৈ ॥
কৌশল্যা সুমিত্ৰা দুয়ো পুত্ৰক দেখিলা ।
আতি আনন্দিত হৈ সমীপে চাপিলা ॥৯৭৯॥
দেখি ৰাম লক্ষ্মণে মাতৃক প্ৰণমিলা ।
পৰম হৰিষে ছুঁই আশিষ কৰিলা ॥

প্ৰণাম কৰিলা বৈমাতৃৰ চৰণত ।
আশীৰ্ব্বাদ দিলে দেৱী হৰ্ষ-বিষাদত ॥৯৮০॥
এহিমতে অন্তঃপুৰে হৈল সম্ভাষণ ।
অযোধ্যা নগৰী হৈল হৰষে মগন ॥

ৰামৰ অভিষেক

পাছে ৰাম সীতাক বসাই সিংহাসনে ।
ৰাম-অভিষেক-বাৰ্ত্তা ঘোষে সৰ্ব্বজনে ॥৯৮১॥
অনন্তৰে বশিষ্ঠ আনিয়া গঙ্গাজল ।
মাথাত কুশৰ অগ্ৰে সিঞ্চে কৌতূহল ॥
সাত সাগৰৰ জল আনে কপিগণে ।
সকলো স্নানৰ দ্ৰব্য মিলাইলা যতনে ॥৯৮২॥
মহামন্ত্ৰ বেদ-ধ্বনি কৰে ঋষিগণে ।
অৱভৃত স্নান কৰাই বসাই সিংহাসনে ॥
অন্তসপূৰৰ দিব্য কণ্যাগণ আসি ।
স্বুৱৰ্ণ ভৃঙ্গাৰ জলে ভৰিয়া কলসী ॥৯৮৩॥
সীতা গোসানীক স্নান কৰাই কণ্যাগণ ।
বস্ত্ৰ-অলঙ্কাৰ পিন্ধাই কৰিলা ভূষণ ॥
ৰামক পিন্ধাইলা নিয়া দেৱাঙ্গ বসন ।
সৰ্ব্বাঙ্গে পিন্ধাইলা নিয়া ৰত্ন আভৰণ ॥৯৮৪॥
অযোধ্যা পাটত বসাই কৰে জয়-ধ্বনি ।
জয় জয় ৰামচন্দ্ৰ ৰাজ্য-শিৰোমণি ॥
ত্ৰিভুৱন-পূজ্য দেৱ সাক্ষাত ঈশ্বৰ ।
যাৰ নাম-স্মৰণ অন্তক পাপৰ ॥৯৮৫॥

অনন্তৰে চাৰি ভাই উল্লাসিত মনে।
ভোজন কৰাইলা ৰাজা প্ৰজা সৰ্ব্বজনে ॥
বস্ত্ৰ অলঙ্কাৰ দিয়া শৰীৰ মণ্ডিলা।
বিদায় মাগিয়া সবে দেশে দেশে গৈলা ॥৯৮৬॥
পাটৰাণী ভৈলা নিজে জনক-নন্দিনী।
ৰামৰ চৰিত্ৰ শুনি দিয়ো হৰি-ধ্বনি ॥
ভণে কবি দুৰ্গাবৰে এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ৰাম ॥৯৮৭॥

॥ উত্তৰকাণ্ড সমাপ্ত ॥

॥ দৰ্গাবৰী সমাপ্ত ॥

# ওপৰঞ্চি—পাঠান্তৰ

তলত প্ৰথমতে বিশ্বাসীৰ ছপা তাঙৰণৰ পাঠ আৰু পিছত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত তুলাপাতৰ পুথিৰপৰা পাঠান্তৰ দিয়া হৈছে। য'ত য'ত পুথিৰ পাঠ গ্ৰহণ কৰা হৈছে, সেই সেই ঠাইত ছপা তাঙৰণৰপৰা পাঠান্তৰ দিয়া হ'ল—এই ক্ষেত্ৰত দুইটি মূলৰ উল্লেখ কৰা হৈছে।

পদ ৫ ॥ আগত ...লক্ষ্মণ।—মধ্যত জনকৰ ঝিউ আগত লক্ষণ।

৭ ॥ শ্ৰাদ্ধ দ্ৰব্য—পাছে ফুল।

৮ ॥ কায়....ধৰি।—কৰে কুস সেৰি আচে কত ব্ৰত ধৰি।

৯ ॥ স্বৰ্গ-মণ্ডলক — ( বুৰঞ্জী-পুৰাতত্ত্ব-বিভাগৰ পুথি ) ছুগৰ্গ, ( বিশ্বাসীৰ তাঙৰণ ) চন্দ্ৰ।

১৩ ॥ আখুটি—আক্ৰাতি।

৪০ ॥ খুনিলেহে—খাণ্ডিলেহে।

৪৪ ॥ নানা....কামি ॥—বিবিধ বিচিত্ৰ জে স্বৰইৰ পানি।

৪৮ ॥ নগৰত....ভাট।—নৰ নাৰি নৰ্ত্তকি নগৰি নট ভাট।

সুখ গাৱ—পৰাভাযঁ।

৫১ ॥ আজি....চতুৰ্দ্দশী ॥ (পুথি)—(বিশ্বাসী) বিধিৰ কঠিন হেৰা মিলিলেক আসি ॥

খেলাইলোহো মোট ( পুথি )—( বিশ্বাসী ) পালি প্ৰজাগণ।

লৈযা গোটে গোট ( পুথি )—( বিশ্বাসী ) কৰি ৰঙ্গমন।

৫২ ॥ খেৰিত বিস্তৰ ( পুথি )—পাশাত তোমাৰে।

৫৪ ॥ চিত্ৰাৱলী—ছিত্ৰঅলি।

৫৫ ॥ ভণ্ড—দ্ৰণ্ড। আয়াস—আকাস।

৫৭ ॥ তাহাত....পক্ষীগণ ॥—কেহো কৌতুহলে কৰে কোকিলে সোভন ॥

৬১ ॥ চিত্ৰাবলী....বেৰি ।।—চিত্ৰায়লি চতুৰ্বৰ্দসি খেলে চতুৰভুজ ॥
সসৰ্প্নে সহিতে সিতা লক্ষ্মন য়নুজ ॥

৬২ ॥ সহিতে....এৰি (পুথি)—(বিশ্বাসী) সকলে গৈলা অৰণ্যক এৰি ।

৬৩ ॥ বাকলৰ—য়লঙ্কাৰ ।

৬৫ ॥ চন্দ্ৰভাগা—ভগা নদি ।

৬৭ ॥ তাপে (পুথি)—(বিশ্বাসী) পাশে ।
ৰাঘৱৰ ৰূপে (পুথি)—(বিশ্বাসী) গৈলা লয়লাসে ।
ভয়ঙ্কৰ (পুথি)—(বিশ্বাসী) ভয় হুয়া ।

৬৮ ॥ (পুথি) নাই ।

৭০ ॥ কুন্তল (পুথি)—(বিশ্বাসী) কুন্দন, (পাতনি) কুন্দল ।

৭২ ॥ কাঞ্চন (পুথি)—(বিশ্বাসী) কিঞ্চীত ।

৭৩ ॥ ধেমাল—ধোমাল । সৰ—ৰাজ ।

৭৫ ॥ আজিসে সফল ।—তোমাকেসে ভাল ।
তুমি....সম্বল ।।—আকে জানি প্ৰাননাথ ভজিয়ো সৰ্ব্বৰ ॥

৮০ ॥ মাগোহো চুম্বন (পুথি)—(বিশ্বাসী) মাগিলা সুৰতি ।

৮৫ ॥ মোক....বৈৰী । (পুথি)—(বিশ্বাসী) আমাৰ বছনে হৈলিহি বৈৰি ।
দশগিৰি—দসগৃয় ।

৯০ ॥ অপমান—এতমান ।
সচকিতে....বোলে ।—সচকিত ভৈলায়ন্ত বোল ।

৯৩ ॥ কোন সিটো বীৰবৰ—তাহাৰ উপৰি ধাৰে ।

১১২ ॥ হুৰ হুৰ শবদে মুগুনি—উৰ্চ্চন প্ৰচুৰ মুসুনয় ।

১৩৯ ॥ চাৰিঙ্গি পাশাৰি মাৰে—ছাৰি অঙ্গে পাসাধেৰি ।

১৪০ ॥ আকুলিত ঘৰে হে ৰাম ৰাম (পুথি)—(বিশ্বাসী) আসিলন্ত ঘৰে ৰাম আসিলন্ত ঘৰে ।

১৪৩ ॥ দেৱনাৰ ডালে ধৰি—দেৱাঙ্গৰ থানি ভাঙ্গি হে ।

১৪৬ ।। ৰুচিৰ-ৰৰণ ( পুথি )—( বিশ্বাসী ) ৰূপাৰ চৰণ ।

১৪৯ ।। লগত মোৰ সৈতাৰি ।—চাহিবোহো দৃষ্টি ভৰি ।

১৫০ ।। এ মোৰ—এমৰ ।

১৫৭ ।। আখুটি—য়াঁস্তুটি ।

১৬১ ।। বিমৰ মনে—বিৰহমনে ।

১৭০-১৭১ ।।—( পুথি ) ইয়াৰ মাজতে এটি গীত আছে । প্ৰস্তাৱনাত গীতটি সন্নিৱিষ্ট কৰা হ'ল ।

১৭৩ ।। কপীন ( পুথি )—( বিশ্বাসী ) কফিন ।

১৮২ ।। বল্লভ ( পুথি )—( বিশ্বাসী ) দুৰ্ল্লভ ।

২২৪ ।। হস ( পুথি )—( বিশ্বাসী ) হুয়ো । তুমি মোৰ—গতোবেৰ ।

২২৫ ।। ভসাইলি ৰত্নগিৰি জলে ।—

হাতত ৰে লৈয়া অবিকলে :
কতো ডুৰক জাই : ৰত্নেৰে নিধিক পাই :
ভখাই দিলি সাগৰৰ মাঝে ।।

২৩২ ।। যেন অশোক ফুটিলা ।।—জিতো উসক ফুলিলা ।।

২৫২ ।। আধাৰ—য়াহাৰ ।

২৭২-২৭৬ ।। ( পুথি ) গীতটি ন'ই ।

২৮৯ ।। বহি যাই—জাই বহি ।
বৈদেহী....গাই ।।—বোলে দুৰ্গাবৰে দাসে হৰিলা বৈদাৰি ।।

৩০০ ।। আখুটি—আস্তুতি ।

৩০১ ।। –( পুথি ) এই কলিটি নাই ।

৩০৯ ।। পঞ্চচয়– সঞ্চুই ।

৩৩১ ।। ভৈল মন্দ ৰাশি ।—আগ পাছ সুগুনিয়া ।
–ৰত্ন আমাৰ বৈদেহী ।।—মৃগক লাগি গৈয়া ।।

৩৩৩ ।। প্ৰিয়াৰ....ছাৰি ।।—হেননো কয়পবাদ সহিতে নপাৰি ।।

৩৩৪-৩৩৬ ।। —( পুথি ) এইকেইটি কলি নাই ।

৩৩৮ক-৩৩৮গ ।। ( পুথি ) — ( বিশ্বাসী ) এইকেইটি কলি নাই ।

৩৪৪ ॥ লক্ষ্মণৰ....কতোক্ষণ ॥—( পুথি ) এই ফুলানি নাই ।

৩৪৬ ॥ ইহান....চৰে ॥ ( পুথি )—( বিশ্বাসী ) এই ফুলানি নাই

৩৪৮ ॥ হানিয়া অগনি-বাণ—হালিয়া নয়নবালা ।

৩৫০ ॥ আন্ধাৰৰ বস্তি ( পুথি )—( বিশ্বাসী ) মাণিকৰ কান্তি ।

৩৫১ ॥ চিচন ( পুথি )—( বিশ্বাসী ) চিৰণ ।

৩৫৩ ॥ পাত....সঞ্চাৰ ॥—( পুথি ) এই ফুলানি নাই ।

## সোমেশ্বৰী দেৱীৰ নকলত পোৱা পাঠান্তৰ

পদ ১১০ ॥ পদাতিক—সাৰথিক ।

১১১ ॥ চতুৰ্দ্দশ সহস্ৰ—শত সহস্ৰেক ।

১১২ ॥ ছুৰ...কুশুনি—উছল পাছল কুশুনিয়া ।

১১৫ ॥ পুনৰুপি উৰ্ম্মি কৰি—পুনোৰপি ধনু ধৰি ।

১১৭, ১১৮, ১১৯ ॥ ( প্ৰথমৰ দুশাৰী দুশাৰী নাই । )

১৪০ ॥ হে | আকুলিত ঘৰে হে ৰাম ৰাম ।—আছিলন্ত ঘৰে ।।

১৪১ ॥ তিনি শাৰী ।।—তিনি পাৰি ।।

১৪২ ॥ ( আৰম্ভতে ) কৌতুকে খেলন্ত পাখা আতি সুখ মনে ।
তাত পাছে হাৰিলন্ত দেৱ নাৰায়ণে ॥

টকা—কৰি ( কড়ি ? ) । জৰীয়ে—মালায়ে ।

১৪৩ ॥ দেৱনাৰ ডালে ধৰি—দালিমৰ দাল ভাঙ্গি

টকা—পাখা ।

১৪৪ ॥ মুকুত—মেলন !

১৪৫ ॥ ( শেষত ) সুন্দৰ দেখিয়া সীতা নসহে হৃদয় ।
ধৰিয়া দিয়োক প্ৰভু ৰাম দয়াময় ॥

১৪৬ ॥ ৰুচিৰ...এ—ৰূপাৰ চৰণ কৰে সুশোভন হে ।

১৪৮ ॥ ( নাই । )

১৪৯ ॥ পুষিবো পালিবো....সৈতাৰি ।—
পালিবোঁ পুষিবোঁ, | জগতে দেখাইবোঁ | সঙ্গৰ নোৰিবোঁ ধৰি ।

১৫০ ॥ নকৰিবা হন্ত—নমাৰিবা তৈতে। নকৰি—নকৰ।
যেবে....সন্দেশ এ—যেবে যাইবোঁ দেশে হে |
বনৰ সন্দেশ হে।

১৫২ ॥ যন্ত্ৰ-মন্ত্ৰ—তন্ত্ৰ মন্ত্ৰ। আনিবো বোলস—আনিবা বলাহা।

১৫৩ ॥ স্কেপিবো....জীউ।—একলা কিমতে বনত যাউ।

১৫৭ ॥ বনৰ....ফুৰে।—কিবা মন বুঝা পশুয়ে ছাৰ।

১৬১ ॥ —হেন শুনি সীতা বিমৰ্ষ মনে।
আশ্বুতি কৰিলা দুৰ্গীবৰ ভনে ॥৮০॥

১৬২-৭৭ ॥ সাৰঙ্গৰ—গাণ্ডিৱৰ।

১৬৫ ॥ এ্কেশ্বৰ—একালচৰ।

১৬৬ ॥ মাৰে এ্কেশ্বৰ দেখি।—খাহ কালশ্বৰে পাই।
সত্বৰে....উপেক্ষি॥—শীঘ্ৰে যাহা লক্ষন বিলম্বৰ কাৰ্য্য নাই।

১৬৭ ॥ সংগ্ৰামে....সাৰ।—পৰম ঈশ্বৰ হৰি জগত ঈশ্বৰ।

১৬৮ ॥ হেন....শুনি ॥—ক্ৰোদ্ধ মনে বুলিলা দাৰুন মন্দ বানী॥

১৬৯ ॥ বুলিলা বচন।—বচন বুলিলা।
মেৰ...নন্দন ॥—আম্বৰাৱে লক্ষনে পাছে কান্দিবে লাগিলা॥

১৭১ ॥ উদ্দিশে এ—শম্নিহে।

১৭৩ ॥ কটিত কপীন—মৃগৰ চামৰ। ডুব ডুব—লহ লহ। '
আগতে এ—শম্নিহে।

১৭৯ ॥ ৰাগ পটমঞ্জৰি—ৰাগ সমজয়ৰি (?)।

১৯৫ ॥ কুল-খিলিঙ্কাৰি—কুলৰ খাণ্ডাৰী।

১৯৬ ॥ অলক্ষিণী—অলক্ষনী।

১৯৮ ॥ বুলিবেক—কৰিবেক। শুনিবেক—নজানিব।
নানা...মনত।—মোক দোষ দিব ৰঘুপতি।

১৯৮-৯৯ ॥ অৰণ্যে...ৰঘুপতি।—( নাই।)

২০০ ॥ তিৰস্কাৰ—খিলিঙ্কাৰ।

২০২ ॥ ৰাগ ভাঠিয়ালি ॥—ৰাগ ৰামগিৰি।

২০৪ ॥ লক্ষেকৰ...হয়া ।—লক্ষে লক্ষে কত লক্ষ ।
তততোধিক ক্ষতি হৈল । নেৰয় ধৰম সত্য ক্রিয়া ।

২০৭-১১ ॥ দিব্য দীর্ঘ...ৰামদেৱ । আবে ভার্য্যা দুঃখীত ভৈলন্ত ৰামদেৱ ॥

২২১ ॥ বদন পখালা সীতা—মদন পিৰিতি কৰা ।

২২৩-২৮ ॥—(গীতটি বহুত পৃথক, কিন্তু পাঠান্তৰবোৰ যুক্তিযুক্ত যেন নহয় । )

২৩২ ॥ ডেনাক···দিলন্ত—নখৰ ঘায়ত দিখা (?) মাৰিলা ।

২৩৩ ॥ যমক দেখিলা—ঢলিয়া পৰিলা ।

---

# শব্দ-নির্দ্দেশিকা

সঙ্কেত-চিন : অপ°—অপভ্ৰংশ তু°ক°—তুলনা কৰঁা

পা°—পাঠান্তৰ প্ৰা° —প্ৰাকৃত

ফা°—ফাৰ্চী ব° —বঙলা

স°—সংস্কৃত হি° —হিন্দী

AFD.—বাণীকান্ত কাকতি, Assamese : Its Formation and Development,

ঠায়ে ঠায়ে বন্ধনীৰ ভিতৰত ধ্বনিতাত্ত্বিক পৰিৱৰ্ত্তনবোৰৰ নাম দিয়া হ'ল।

খুনিলেহে ৪০—খানিলেহে, খানিছিলেহে ( নামনিৰ ৰূপ )।
খেদি-গুৰি ৬০১—খেদি-কুৰি, খেদি খেদি।
গভৰ, গহ্ ভৰ ৪৫, ২৯৪, ৩০৭, ৩৩৯, ৪৯৪, ৪৯৬, ৫৮৩, ৬৭৭= গহ্বৰ (বিপৰ্য্যয় বা Metathesis )।
গৰাগৰি ৭৫৭—মাটিত পৰি পৰি, বাগৰি বাগৰি (প্ৰা° গড্ড )।
গৰিহা ২০৭—নিন্দা ( স° গৰ্হা—বিপ্ৰকৰ্ষ বা Anaptyxis )।
গৃধ, গৃধ্ৰ ৪১৫, ৪২৬, ৭২৯—শগুন।
গোৰা ৬৩১=গৌৰ। বগা।
ঘটি ২৫৯—ঘণ্টা ( সময় )।
ঘৰুণী ৪৬০—পত্নী ( স° গৃহিণী>ঘৰিণী, ঘৰুণী )।
ঘাব ৯৩—কাম্ব, কান, ডিঙি।
ঘাবমুৰি ৬৫১—ডিঙি-মোকোটা।
চখু ৪৪৮—চকু ( নামনিৰ ৰূপ )।
চঞ্চল ৭৩, ১৫৪, ২৯৮, ৩২০—চঞ্চল।
চটক ৪৩৭—চকোৰ, ঘৰ-চিৰিকা, চৰাই ( অটোমুক ভুজাইছে )।
চন্দ্ৰবতী ৫৮৩—জোনাক।
চন্দ বন্ধ বিবন্ধ ৫৭৫—( সম্ভৱতঃ ) ছন্দ-বন্ধ-বিবন্ধ; ছন্দ-বন্ধ, ছন্দ-বিবন্ধ; বিবিধ ছন্দ; ( যুদ্ধৰ ) বিবিধ ভঙ্গি।
চৰাই ৬৪৩—খিয়ৈ।
চৰে ৩১২—চৰাই ( নামনিৰ ৰূপ )।
চৰৰ চম্পেট ৫৯৭—চৰ-চকা আদি ( স° চপেট )।
চাৰিঙ্গি ( পা° ছাৰি অঙ্গে ) ১৩৯—পাশা খেল, দবা খেল (স° চতুৰঙ্গ> চৌৰ ; তু°ক° ফা° শতৰঞ্জ ; বুৰঞ্জী, পাশা-সতৰঞ্জ )।
চালঙ্গি ২৩৫—চালনী ( নামনিৰ ৰূপ )।
চিচন ( প্ৰা° চিৰণ ) ৩৫১— (১) চিক্কণ পাতৰ পৰা উলিওৱা সূতা ; (২) ( সম্ভৱতঃ আচল পাঠ = ) চিক্কণ, মসৃণ চিক্কণ।
চিত্ৰাৱলী ৫৪—(১) চিত্ৰিত, বিচিত্ৰ। (২) [illegible]।

চিত্ৰাৱলী ৬১—চৈত্ৰাৱলী, চ'ত মাহত পালন কৰা।
চিনা ৮৩১—চিনাকি ( নামনিৰ ৰূপ )।
চূৰ্ণমাৰ ৬৪১=চূৰমাৰ।
ছাৰ ৩৯—ময়লা, গোবৰ ( স° ক্ষাৰ )।
ছাৰ ৩৮৬—সামান্য।
ছাৰী ১২৮, ৩৭১—সামান্যা।
জনু, যেনো ৩১৫, ৬৬৬—জানো, জানোচা ( স° যৎ+নু )।
জলাঞ্জুলি ৪৫১=জলাঞ্জলি।
জৰতি, .জৌতি ২০৫, ৩২০, ৩৪২=জ্যোতি।
জাণ্টে ৪৭০—সোনকালে (স° ঝটিতি)।
জুগাৱলী ৩৪৯—(১) যোগ্যা, বিবাহ-যোগ্যা, প্ৰাপ্ত-যৌৱনা।
(২) ( সম্ভৱপৰ পাঠ ) তন-যুগাৱলী=স্তন-যুগ-।
জেঠ ৭৫৮=জ্যেষ্ঠ।
টালি ৬৩৩—চট্‌ফটনি, লৰা-লৰি ( তু°ক° হি° টাল্‌না ; অ° টালি-
ভুলি, টালুকি-ভালুকি )।
টিকৰ ৬৮২, ৭৬৪--(১) শ্ৰেষ্ঠ ( তু°ক° ব° টিকৰ, ওখ )। (২)
শিৰৰ ( তু°ক° ব° টিকা, টিকে<তিলক ; ব° টিকি, অ° টিকনি )।
ঠান, থান ৩২২, ৯১০--ধৰণ, প্ৰকাৰ, গঢ়।
ঠোট, ঠোঁঠ, ঠোঠ ২৬৭, ৪১৫, ৪২২, ৪৪৯—( চৰাইৰ ) ঠোঁট।
ডাকিলা ৬৩০—খেদালে ( তু°ক° প্ৰাচীন অ°, চন্দ্ৰাইলা )।
ডেনা ২৩২—পাখি ( ব° ডানা )।
তন ২২৩, ৩৪৯=স্তন।
তম্ভ ৫৫=স্তম্ভ।
তয় ৪৬৩—তাত ( স° তথা>তহ )।
তৰি ৭৯৩—উলিয়াই, নিকটাই, মেলি ( তু°ক° মেলি-তৰি )।
তাতি ৬৯২—তাত।
তুল ৩৫৯=তুল্য। যোগ্য।

পাশাৰি ( পা° পাসা খেলি ) ১৩৯—পাশা খেল ( পাশা+শাৰি, সমাক্ষৰ-লোপ বা Haplology। তুঃ কঃ পাশাৰ সাৰি, ১৪৩, ৩০৫ )।

পিম্পলি ৪৩১—(১) পিপলীয়া—'কৰ চোকা অস্ত্ৰৰ মুখ আগি পিপলিৰ গাৰ দৰে হোৱা সৰু ওখোৱামোখোৱা' ( হেমচন্দ্ৰ বৰুৱা ) ; গতিকে, 'পিম্পলি ভৈলা পথ'—জীৱন কষ্টকৰ হৈছে। (২) 'সিটো শোকে অগ্নিত পিম্পলি ভৈলা পথ'—সেই শোকৰ জুই পিপলি-লতাৰ দৰে অন্ত নোহোৱা আৰু পিপলি-গুটিৰ জলাৰ দৰে জ্বালাকৰ হৈছে। (৩) পিম্পলি < পিপীলিকা ; গতিকে, সেই শোকৰ অগ্নিত পৰি পৰুৱাৰ দৰে বাট বিচাৰি নোপোৱা হৈছো।

পুনুৰুপি ২৯৫=পুনৰপি।

প্ৰকাৰি ৯৪৭—প্ৰকাৰে।

প্ৰত্যেক ৮৩, ৪১৪, ৫৪৫=প্ৰত্যক্ষ। স্বৰূপ ; নিশ্চয়কৈ।

বলুকা ৯=বালুকা। বালি।

বহাৰী ৫৪০=বোৱাৰী ( শেষ যুগৰ স° ব্যৱহাৰিকা > প্ৰা° * ববহাৰিআ। AFD, § 533 )।

বহিয়া ৯৫৮—চলি, চলাই।

বাকল, বাল্কল— ( গছৰ ) বাকলি।

বাজিলা, বাজিলেক ৯২৪, ৯২৭—লাগিল, সোমাল, বন্ধ হ'ল। ( স° বদ্ধ >√বাজ্, বজ্ )।

বাপি ৭৫০—বোপা [ সম্বোধন ] ( নামনিৰ ৰূপ )।

বাহিয়া ৭১৮—বৈ, ভাৰ বৈ।

বাহুৰিয়া ১৭৫, ৭২৪—ঘূৰি। ( হিং বহুৰ্না ; সং ব্যাঘুটয়্- )।

বিচৰিত ২৪—বিপৰীত, আচৰিত ( বিপৰীত+আচৰিত—মিশ্ৰণ বা Blending ; সম্ভৱপৰ পাঠ—বিপৰিত=বিপৰীত )।

বজুটিয়া ৪৯৭—হীনভাৱে (২)।

বিদেশী ১৭২—দেশ-হীন, অনিকেত, সন্ন্যাসী ( তুঃ কঃ প্ৰাচীন অ°, দেশান্তৰী=সন্ন্যাসী )।

বিনাৱয় ৮১১—বৰ্ণায় ( < সং° বিজ্ঞাপয়তি )।

বিমৰ্ষ থনে ( ফা° বিমষ্ঠ মনে, বিমৰ্ষমনে ) ৩৬১—বিমৰ্ষ মনে।

বিয়ামোহ ১২৭, ৪৬৯, ৫৯১—বিমূঢ় ( সং° ব্যামোহ )।

সাল ৭৪৮—কষ্ট, আঘাত ( বিষ+শল্য—সমাক্ষৰ-লোপ বা Haplology )।

বিহৰিলা ৫৮২ ক—বিগাবিলে, বিকাশ হ'ল ( সং° বি-ঘটয় )

বেৰ্থা ১৭৮—ব্যৰ্থ, বৃথা।

বেহিত ৮৫৬—অহিত ( ফা° বে- )।

বৈৰতা ২৩৯=বিৰতা।

বৈমাতৃ ৯৮০=বিমাতৃ। মাহী-মাক।

ভৰ্চিলোহা ৫৯৭—ভৎসনা কৰিলো।

ভক্ষি ৪১৬=ভক্ষ্য।

ভিতাৰ ২৯৩=ভিতৰ।

ভোখ ৬,১৮০=ভোক ( নামনিৰ ৰূপ )।

মস্য ৩৮৫, ৩৯১, ৩৯৩=মৎস্য। মাছ।

মহত ৮৬৯=মহত্ব। মহত্তালি।

মহাদেই, মাদই ৬৮২, ৭৬৭—মহাৰাণী, পাটমাদৈ ( সং° মহাদেৱিকা )।

মাৰ ৭২৩—মৃত্যু। কৰিবাহা মাৰ—মাৰিবা।

মিত্ৰৰত, মিত্ৰৰতি ৪৮১ ৬৬০—মিত্ৰতা ( সং° মিত্ৰ+ৱন্তু- । §AFD. 511 )।

মুখ-পোৰ ৭৮৯—নীচ ( এবিধ গালি )।

মুজিলা, মুজিলেক ৪৪৮, ৬০০—মুদিলে ( সং° মুদ্ৰ্ )।

মোট ৫১, ৬০—ঘাগৰি, মঠিয়া ( হি° মট )।

মোল ২০৭=মূল্য। মূল্যৰ।

-যুৱনী ৩১৫=-যৌৱনী। -যৌৱনা।

ৰঙ্গ মাছ ৪৫০— ( সম্ভৱতঃ শুদ্ধ পাঠ ) ৰঘু বা ৰউ মাছ ( তুং° মাধৱ কন্দলি, 'ৰৌ মাছে দিলন্ত চটকম্ব কাকবলি ॥' )

ৰক্ষা ৮৮৭—ৰখীয়া ।

নটক ৪৩৬, ৫৬২—দুষ্ট লোক ( সং° নষ্ট+[ স্বাৰ্থিক ] ক > শেষ যুগৰ সং° নটক, নটক ; যথা—চতুৰ্দ্দশ শতিকাত মিথিলাত লিখিত 'নটক-মেলক নাটক' ) ।

লম্বা ৬৩৩—মিছা, জোৰা দিয়া কথা ( সং° লম্ব্ ) ।

লহু লহু ৩৮৩—লাহে লাহে, ধীৰে ধীৰে ( সং° লঘু লঘু ) ।

লাঙ্গুল ৮৩৫—নেজ । ( সং° । )

লেছাৰি ৩১০—দীঘলীয়া বা ল-নি ছন্দ ( সং° ৰথ্যা+কাৰ ) ।

লোহ ৩৭৯—লোতক, চকু-লো ( < সং° * বোধ ; তুংক° হিং° লহু —তুলসীদাস ) ।

শন্নিহে ( 'উদ্দিশে'ৰ ঠাইত পা° ; 'আগত'ৰ ঠাইত পা° ) ১৭১, ১৭৩—ওচৰলৈ, বিচাৰি [ সং° সং-নি—√ধা ] ।

সত্য ২০৪—সতীত্ব ।

সন্তে, সন্ধি ৫২, ৭০২=সঙ্গে ।

সপন, সোপন ৬৯১, ৭০৩=স্বপ্ন ; সপোন ।

সমিধান ১২৪—বাৰ্ত্তা ( তুংক° উত্তৰ ১৩৩ ) ।

সম্বাদ ৬২৫—শব্দ ।

সৰ ( পা° ৰাজ )— ?

সক্ষ ৭০১—শক্তি ( সং° শক্য ) ।

সাৰি ৭৭১—জ্ঞান ।

সুজান ১৩৬—সুদক্ষ, চতুৰ, পটু ( সং° * সুজ্ঞান, অথবা সুজন ) ।

সুমৰি ৪৯০—স্মৰণ ।

সৈতাৰি ১৪৯, ৩১৪—সতত সঙ্গী ( সং° সহিত+ * কৰিক । AFD. §518 ) ।

সোণ-পাঞ্জি ৮৩৪—শণৰ সুতাৰ পাঁজি বা কোঁচা ( তুংক° মাধৱ কন্দলি, 'শন-পাঞ্জি হেন ভৈল কেশ ॥' ) ।

হাকুলে-ব্যাকুলে, হাকুলে-ব্যাকুলে ৭৫৮, ৭৭১—আকুল-ব্যাকুল হৈ ।

হাটী ৮১৩—হাট, ঘৰৰ শাৰী ( স° হট্ট )।
হাম্ফুলি ৬০৭—জাঁপ মাৰি।
হেঠ ৯২৫—তল ( প্রা° হেট্ঠ < স° অধস্তাৎ )।
হেঠ ৭৫৮—নীচ, হীন।
ক্ষেত্রি, ক্ষেত্রিয, ১১৩, ১৫৮, ৫০২=ক্ষত্রিয়।

## ঠাই আৰু মানুহ আদিৰ নাম

ঋষ্যমুখ ৪৯০—ঋষ্যমূক।
জটায়ু ২৩০—জটায়ু।
জনেক ৫১২—জনক।
জাম্বুৱন্ত ৪৭৯—জাম্বৱন্ত, জাম্বৱান্।
দণ্ডুকা—দণ্ডকা।
দন্মু ৪৬৫—দনু।
দশগিৰি ৮—দশগ্রীৱ, ৰাৱণ।
বালি ৪৯৩—বালী।
ভৰথ ২০৮—ভৰত।
মাৰ্চ ১৩৩—মাৰীচ।
মাৰ্কণ্ড ৫৭৮—মতঙ্গ।
ৰাৱণা ১—ৰাৱণ।
শৰ্ব্বৰী ৪৮৪—শবৰী।
শূৰ্পনখা ৬৬—শূৰ্পণখা (শূৰ্পনখেতি যৌগিকম্—তিলক টীকা)।
হনুমন্ত ৪৭৯—হনুমন্ত, হনুমান।

# শুধৰণি

| পিঠি | শাৰী | ছপা হৈছে | হ'ব লাগিছিল |
|---|---|---|---|
| ১৩ | ২০ | ৰাণী | বাণী |
| ২৮ | ৬ | কৰি | কৰিলা |
| ৩৯ | পাৰ্শ্বটীকা | জটায়ূ | জটায়ু |
| ৪৮ | ৩ | লৈয় | লৈয়া |
| ৮৪ | পাৰ্শ্বটীকা | পদ্মা | পম্পা |
| | | শৰ্ব্বৰীৰে | শবৰীৰে |
| ৮৭ | পাৰ্শ্বটীকা | ঋষ্যমুখ | ঋষ্যমূক |
| ১০২ | ৫ | মাৰ্কণ্ড | মতঙ্গ |
| ১০৯ | ১৫ | ৰাম | বাম |
| ১১৪ | ১৫ | ভাঙ্গি | দাঙ্গি |
| ১২২ | ৫ | শাস্তি | শান্তি |
| ১৪১ | ১৫ | ৰাপু | বাপু |
| ১৪২ | ১১ | কৰ্কটৰ | মৰ্কটৰ (?) । |